# মনোমতী

( অসমত তৃতীয়বাৰ মানৰ আক্ৰমণৰ ঘটনা লৈ লিখা
বুৰঞ্জীমূলক উপন্যাস )

ৰজনীকান্ত বৰদলৈ



চপলা সাহিত্য সদন
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
শ্বিলং—অসম

# আৰম্ভণ

আমাৰ এই অসম দেশৰ ভিতৰত বৰপেটা এখন পৱিত্ৰ ঠাই। ইয়াত এখন ডাঙৰ মহাপুৰুষীয়া সত্ৰ আছে। এই সত্ৰ ৺শঙ্কৰদেৱৰ প্ৰিয়শিষ্য ৺মাধৱদেৱে থাপনা কৰা। ইয়াৰ শিষ্য আৰু ভকতৰ সংখ্যাও অনেক। ইয়াৰ কীৰ্ত্তনঘৰটোৰ নিচিনা ডাঙৰ কীৰ্ত্তনঘৰ অসমৰ আন কোনো ঠাইতে নাই। যি সময়ত বঙ্গদেশত মহাপ্ৰভু শ্ৰীচৈতন্যই পৱিত্ৰ বৈষ্ণবধৰ্ম্ম প্ৰচাৰ কৰে, পঞ্জাৱত মহাপুৰুষ নানকে শিখবিলাকক একতাৰ জৰীৰে বান্ধিবলৈ শিখধৰ্ম্ম প্ৰচাৰ কৰে, প্ৰায় ঠিক সেই সময়ৰে অলপ আগৰে পৰা ৺শঙ্কৰদেৱকে প্ৰমুখ্য কৰি ৺দামোদৰ দেৱ, ৺মাধৱদেৱ এই মহাপুৰুষ সকলেও আমাৰ এই দুখীয়া অসম দেশত চাৰিউফালে শত্ৰুৰ মাজত থাকিও পৰম নিৰ্ম্মল ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। যেনেকৈ শ্ৰীকৃষ্ণৰ মোহন মুৰুলিৰ ধ্বনিত বৃন্দাবনবাসিনী গোপিনীসকল ঢলি ঢলি পৰিছিল, সেই দৰে এই মহাপুৰুষ-সকলৰ মধুৰ মনমোহা ধৰ্ম্ম আলাপত অসমীয়া মানুহ মুগ্ধ হৈছিল; আৰু হেজাৰ হেজাৰ অসমীয়া মানুহে তেওঁবিলাকৰ কাম, ক্ৰোধ, লোভ, মোহ দলিয়াই পেলাই এই মহাপুৰুষসকলৰ ওচৰলৈ আহি পৱিত্ৰ বৈষ্ণৱধৰ্ম্মত আশ্ৰয় লৈ তেওঁবিলাকৰ ইহ জনম সাৰ্থক কৰিছিল।

আমি আমাৰ এই কাহিনীত যেতিয়াৰ কথা লিখিবলৈ ওলাইছোঁ তেতিয়া মহাপুৰুষসকল আবিৰ্ভাৱ হৈ যোৱাৰ আঢ়ৈশমান বছৰ হৈছিল। সেই সময়ত বৈষ্ণৱ ধৰ্ম্মৰ ভাববিলাক গোটেইখন দেশত বিয়পি পৰিলেও প্ৰকৃত ধাৰ্ম্মিক মানুহৰ অভাৱত পৱিত্ৰ বৈষ্ণবধৰ্ম্মৰ হাড়-ছালহে বৈছিলগৈ। প্ৰায় সকলো মানুহৰ মনৰ পৰা ধৰ্ম্মৰ আচল ভাববিলাক দূৰ হৈ সেই

বিলাকৰ ঠাই কাম, ক্ৰোধ, লোভ, ঈৰ্ষা, পৰশ্ৰীকাতৰতা ইত্যাদি ৰিপুৱে অধিকাৰ কৰিছিল। মুঠতে কবলৈ গলে সেই সময়ত অসমীয়া জাতিৰ বিলাই বিপত্তিৰ ঠাই নোহোৱা হৈছিল।

এইটো প্ৰায় সততে দেখা যায় যে যেতিয়া কোনো এটা জাতিৰ নাশন কাল উপস্থিত হয়, অৰ্থাৎ যেতিয়া কোনো এটা জাতি পৰিবলগীয়া হয়, তেতিয়া সেই জাতিৰ মানুহবিলাক হীনবীৰ্য্য হয়। সেই জাতিৰ মানুহ বিলাকৰ মনত সকলোবিলাক কুবৃত্তিয়ে ঠাই লয়হি, নিজে নিজৰ ভিতৰত খোৱা কামোৰা কৰিবলৈ ধৰে আৰু তেনেকুৱা হলেই সেই জাতিক আন কোনো বলৱান বিদেশী জাতিয়ে আহি কাটিমাৰি নাশ কৰে আৰু দাসত্বৰ শিকলিৰে নিগাজীকৈ বান্ধে। এইদৰে ৰোমৰাজ্যক ভেণ্ডাল আৰু গথবিলাকে ধ্বংস কৰে, ভাৰতবৰ্ষক মুচলমানে নাশ কৰে। আমাৰ অসমকো এই দৰে "মান" নামধাৰী কেতখিনি মানুহে কাটি-চিঙি জুৰুলাজুপুলা কৰে। আমাৰ এই কাহিনীত এই মানৰ শেষ আক্ৰমণৰ সময়ৰ এটি চিত্ৰ বৰ্ণনা কৰিবলৈ ওলালোঁ।



# মনোমতী

## প্ৰথম খণ্ড

## প্ৰথম অধ্যায়

### বৰপেটাৰ কীৰ্ত্তনঘৰত

ফাগুন মাহ। ভৰ দুপৰীয়া। আকাশ ধুৰঁলি-কুৰঁলি। পচিম ফালৰ পৰা খৰাং পচোৱা মাৰিছে। বাটে-পথে হাবি পোৰা ছাইবিলাক উৰি উৰি পৰিছে। এজোপা জৰি গছৰ আগৰ পৰা একো একোবাৰ উৰামাৰি এহাল ফেঁহুচৰায়ে এই ছাইবিলাক ওপৰতে ধৰি ধৰি খাইছে। এনে এদিনত আজি বৰপেটাৰ চাৰিউফালৰে পৰা হাজাৰ হাজাৰ মানুহে কীৰ্ত্তনঘৰলৈ লৰ ধৰিছে। আজি ফাকুৱাৰ শেষ দিন। আজি প্ৰভু শ্ৰীকৃষ্ণৰ ঘুনুচাৰ "বাড়িৰ" পৰা লক্ষ্মী আইৰ "গৃহলৈ" উলটি অহাৰ দিন। সেই দেখিয়েই আজি বৰপেটাত মানুহৰ ইমান ভিৰ। আজি সকলো মানুহ ফাকুৰে ৰাঙলি।

আমি যি সময়ৰ কথা লিখিছোঁ সেই সময়তো বৰপেটাৰ সত্ৰখন মহকুমাৰ দক্ষিণ পুব কোণাতে আছিল। আজিকালি এই সত্ৰৰ চাৰিউফালে প্ৰায় চাৰিপুৱা মাটিৰ বেৰৰ এটা ইটাৰ গড় আছে। এই গড়ৰ ঘাই দুৱাৰমুখ পচিম ফালে। সেই দুৱাৰ-

মুখত এটা পকি বাটঘৰ। সেই বাটঘৰটোৰেদি সোমায়েই চকুৰ আগতে কীৰ্ত্তনঘৰটো দেখি। কীৰ্ত্তনঘৰটোৰ ওপৰখন টিনৰ, ৰেৰবিলাক ইটাৰ। তিনিওফালে তিনিখন কাঠি। ঘৰটো ইমান ডাঙৰ আৰু দীঘল যে দেখিলেই মানুহৰ মন স্তম্ভিত হয় আৰু ভাবুকৰ মনত কত ভাবৰ যে সঞ্চাৰ হয় তাক নিজে দেখা ভাবুক এজনেহে বুজিব পাৰে। গড়ৰ উত্তৰ পচিম কোণত ফাকুৰাৰ দৌলটো। সেই দৌলটো সাতঠাক ওখ। তাৰ ওপৰত এটা বৰ ডাঙৰ মঠ। কীৰ্ত্তনঘৰৰ পূব-মূৰত ৺কলীয়া ঠাকুৰৰ মন্দিৰ। সেই মন্দিৰৰ পূবে প্ৰায় লগালগি এটা চাঙ্গঘৰ। এই চাঙ্গঘৰৰ দুয়োফালে উত্তৰে দক্ষিণে দুটা পূবা পচিমা দালান। সেই দালান দুটি ৺বত্তুলা আতা, ৺মঠুৰা আতাৰ মন্দিৰ। ৺কলীয়া ঠাকুৰৰ মন্দিৰৰ কাষতে উত্তৰে ৺মহাপুৰুষ গুৰুৰ মঠটো। মহাপুৰুষ গুৰুৰ মঠৰ পচিমে সমুখতে এটা পানীৰ নাদ। সেই নাদৰ ওপৰত এটা সৰু ঘৰ। এই সৰু ঘৰটোৰ পচিম-ফালে গড়তে লগা আৰু এটা পূবা পচিমা চাঙ্গঘৰ। গড়ৰ বাহিৰে পূবে এটি কুণ্ড। দৰাচলতে বৰপেটাৰ কীৰ্ত্তনঘৰটো মঠে-মন্দপে ইমান ধুনীয়া আৰু হৃদয়গ্ৰাহী যে এই মঠ-মন্দপ, কীৰ্ত্তন-ঘৰৰ প্ৰশংসা কৰাৰ লগে লগে আমি বৰপেটীয়া মানুহকো নশলাগি নোৱাৰোঁ।

আমি যি সময়ৰ কথা লিখিছোঁ অৰ্থাৎ মানৰ দিনৰ আগেয়ে বৰপেটাৰ সত্ৰত ইমানবিলাক মঠ-মন্দিৰ আছিল নে নাই কব নোৱাৰোঁ। কিন্তু এইটো আমি সঠিককৈ জানিছোঁ মানৰ দিনৰ

আগেয়েও এই গড় এই মঠ—আৰু এই কীৰ্ত্তনঘৰেই আছিল। কেৱল বাটঘৰটোৰ বাজে ইবিলাক ঘৰৰ চালবিলাক খেৰি আছিল।

বেলি ভাটি দিলে। হাজাৰ হাজাৰ মানুহ গৈ কীৰ্ত্তন ঘৰত থুপ খালে। গড়ৰ ভিতৰে বাহিৰে মানুহ হ'ল। বাট-পথৰ সন্ধি নোহোৱাত পৰিল। এনেতে গায়নে, বায়নে, ঢুলীয়াই, ডগৰীয়াই খলক লগাই পেলালে। বামুণ আৰু ভকত সকলে মহাপ্ৰভুক দোলৰ পৰা নমাই এখন খাটোলাত বহুৱালে। শঙ্খ, ঘণ্টা, ডবা, কাঁহ, ঢোল, খোল ইত্যাদিৰ শবদত বৰপেটা খলক লাগিল। তিৰুতাবিলাকে উৰুলি দিবলৈ ধৰিলে। মহাপ্ৰভু কুৰিপাঁচিশজন-মান দোলাভাৰিৰ কান্ধত উঠি ঘুমুচাৰ "বাড়িৰ" পৰা লক্ষ্মী আইৰ "গৃহলৈ" আহিবলৈ ওলাল। হেন্দোল্‌দোপ্‌ কৰি সেই সাগৰ-সদৃশ প্ৰজা খাটোলাৰ পাছে পাছে লৰ ধৰিলে। বাটে বাটে গায়নে গাবলৈ আৰু বায়নে বজাবলৈ ধৰিলে। ফাকু গুৰিৰে আকাশ ৰঙা হ'ল। তিৰুতাবিলাকে জাউত জাউত কৰি গাবলৈ ধৰিলে ঃ—

১

(ক) কোকিলে কুহৰে ৰাৱ তমালৰ গাছে।
বৃন্দাবনৰ মাঝে প্ৰভু! গোপী লৈয়া নাচে॥
বৃন্দাবনে খেলে খেড়ি নিকুঞ্জ বিহাৰি।
গোপী সৱে বেঢ়ি ধৰি মাৰে ফিচ্‌কাৰি।

নামাৰা নামাৰা গোপী কুঙ্কুম ফিচ্‌কাৰি।
দেখিলে কৰিব ৰোষ ৰাধা পটেশ্বৰী ॥
বৃন্দাবনৰ মাঝে প্ৰভু আছিলা লুকাই।
ভালেতো গোপিনী কান্দে বিচাৰি নাপাই ॥
যেই বনে বিচাৰিলোঁ সেই বনে নাই।
হাঁয় হৰি বঞ্চিতা কৰিলে বিধতাই ॥
বৃন্দাবনে বিচাৰিলোঁ নাই ৰাধাৰ নাথ।
দেখা দিয়া কৃষ্ণ মোক অনাথৰ নাথ ॥
নদীৰ কূলে কি কৰিবোঁ যাইবোঁ বৃন্দাবনে।
দেখা দিয়া কৃষ্ণ মোক দুখানি চৰণে ॥

ডেকাবিলাকে ইটোৱে সিটোৰ গাত, সিটোৱে ইটোৰ গাত ফাকু-গুৰি চটিয়াবলৈ ধৰিলে। লৰাবিলাকে ইটোৱে সিটোৰ মুখত, সিটোৱে ইটোৰ মুখত ফাকু ঘঁহাঘঁহি কৰিবলৈ ধৰিলে। কুঙ্কুম ফি্‌কাৰি আৰু ফাকুৰ গুৰিৰে আকাশ ৰাঙলি হ'ল ; আৰু সেই অপৰিমিত প্ৰজাৰে সৈতে মহাপ্ৰভু "দক্ষিণপথাৰ" পালেগৈ। সিফালে "বাৰাদি" 'পাটবাউসি' এই দুই ঠাইৰ পৰাও দৌলৰ গোঁসাই আহি লগ লাগিল। হাজাৰ হাজাৰ মানুহেৰে দক্ষিণ-পথাৰ ভৰি পৰিল। দক্ষিণ পথাৰত ভকত সকলে মহাপ্ৰভুৰ খাটোলাখন মাটিত নমালে। ভকতৰ সৰু সৰু লৰাবিলাকে পথাৰৰ পৰা বিচাৰি বিচাৰি আনি মহাপ্ৰভুক হেকতীয়া মাহ দিলে। (১) হুলি খেলা মানুহবিলাকে হুলি গাবলৈ ধৰিলে। তিৰুতাবিলাকে ৰঙ-ধেমালি চাবলৈ ধৰিলে। এইদৰে সেই

"দক্ষিণ-পথাৰত" মহাপ্ৰভু চাৰিদাঁড়মান বেলি থাকি আকৌ কীৰ্ত্তনঘৰলৈ উলটিল।

কীৰ্ত্তনঘৰৰ দুৱাৰমুখত এডাল গোট বাঁহ বন্ধা। দৌল এৰি আজি তিনি দিন ঘুনুচাৰ ঘৰত থকা দেখি লক্ষ্মী আইৰ কৃষ্ণ গোঁসাইলৈ খঙতে ঠাই নাইকিয়া হৈছে। ঘুনুচাৰ "বাড়িলৈ" খেদি গৈও কৃষ্ণক ওলটাই আনিব নোৱাৰি লক্ষ্মী আয়ে আজি কৃষ্ণ গোঁসাইক তেওঁৰ টোলৰ ভিতৰত সোমাবলৈ বাধা দিছে। সেই কাৰণে আজি লক্ষ্মী আইৰ আদেশ মতে তেওঁৰ ফলীয়া ভকতবিলাকে মহাপ্ৰভুৰ বাট ভেটি ধৰিছে।

কীৰ্ত্তনঘৰৰ দুৱাৰমুখ পায়েই মহাপ্ৰভুৰ ফলীয়া ভকতবিলাকে লক্ষ্মী আইৰ ভকতবিলাকক বাট এৰি দিবলৈ কলে। লক্ষ্মী-আইৰ ভকতবিলাকে সেই কথা নুশুনি আৰু বেছিকৈ বাধা দিবলৈ ধৰিলে। দুয়ো পক্ষৰ ভিতৰত পোনেই কথা-বাতৰা কোৱাকুই হ'ল। অৱশেষত দুয়ো পক্ষে মহা সংগ্ৰাম কৰা থিৰ কৰিলে। তেতিয়া দুয়ো ফালৰে পৰা কুঙ্কুম আৰু আবিৰ বৰষিবলৈ ধৰিলে। বাঁহডালত ধৰি দুয়ো ফালৰ পৰা কঢ়া-আজোৰা লগালে। মহা সংগ্ৰামত মহাপ্ৰভুৰ জয় হ'ল। তেওঁৰ ভকতবিলাকে বাঁহডাল গছকি ভাঙি পেলালে। মহাপ্ৰভুৰ খাটোলা তেতিয়া গড়ৰ ভিতৰত সোমাই কীৰ্ত্তনঘৰৰ চাৰিউফালে ঘূৰিবলৈ ধৰিলে। ঢুলীয়া, কালীয়া, গায়ন, বায়ন ইত্যাদি সকলোৱে মহাপ্ৰভুৰ খাটোলাৰ আগে পাছে গাই বজাই ঘূৰিবলৈ ধৰিলে।

ফাকুৱাৰ চোঁবিলাকে খোলৰ চেৱে চেৱে অঙ্গি-ভঙ্গি কৰি

নাচিবলৈ ধৰিলে। এইদৰে মহাপ্ৰভুৰ খাটোলা সাতবাৰ ঘূৰিল।

সাতবাৰ কীৰ্ত্তনঘৰ প্ৰদক্ষিণ কৰি হেনো মহাপ্ৰভুৰ ভাগৰ লাগিল। মহাপ্ৰভুৱে কীৰ্ত্তনঘৰৰ দুৱাৰমুখত গৈ থিয় দিলে। পোনেই লক্ষ্মী আইৰ ফলীয়া এজন খাটনিয়াৰে মহাপ্ৰভুক নিন্দা কৰি বচন মাতিবলৈ ধৰিলে। মহাপ্ৰভুৰ ফালৰ পৰাও এজন খাটনিয়াৰে উত্তৰ দিবলৈ ধৰিলে; আৰু এইদৰে কীৰ্ত্তনঘৰতো গোঁসাই গোঁসানীৰ খাটনিয়াৰ দুজনে বাকবিতণ্ডা কৰিলে। মহাপ্ৰভুক বাহিৰতে বৈ থকা দেখি বূঢ়ী বূঢ়ী কেইজনীমান ভকতনীয়ে গাবলৈ ধৰিলে ঃ—

২

“কঁকালে কিঙ্কিনি বান্ধিছে টানি।
পাৱত নেপুৰ পিন্ধিছে আনি॥
আমাক এৰিয়া গোপীক পাই।
কিনো ৰূপে-গুণে মোহিলে তাই॥
বাহিৰে কলীয়া ভিতৰে ক’লা।
লোকেহে জানয় কলীয়া ভালা॥
বাহিৰে ভিতৰে শ্যাম বৰণ।
কেৱলে নিদয় নন্দেৰ নন্দন॥
থাকোক কলীয়া গোপিনী চোৰ।
আহোক সুভদ্ৰা বলাই মোৰ॥”

এইদৰে যাৰ যি বাব, সি সেইদৰে কৰিছে। কীৰ্ত্তনঘৰৰ পিৰালিয়ে চোতালে প্ৰায় ছয় সাত হাজাৰ প্ৰজা হৈছে। মতাই মাইকীয়ে, ডেকাই গাভৰুৱে, লৰাই ছোৱালীয়ে একো চিন ভিন নোহোৱা হৈছে। প্ৰায় ছয় সাত শ মান দূৰণিবটীয়া ছোৱালী, গাভৰু আৰু বুঢ়ী কীৰ্ত্তনঘৰৰ দুৱাৰমুখত আৰু পিৰালিত থিয় দি আছে। তেওঁবিলাক ৰঙা, বগা, ক'লা, হালধীয়া, সেউজীয়া ইত্যাদি সকলো বিধ কাপোৰেৰেই ৰাঙলী। সকলোৰে গা সোণ ৰূপৰ অলঙ্কাৰে ভৰা। মঠৰ আগত আৰু আন আন ঠাইতো অলেখ অসংখ্য তিৰুতা মানুহ জুমাজুমে আছে। ভাল মানুহৰ ডেকাবিলাকে ফাকুৱাৰ চৌহঁতৰ ৰঙ্গ চোৱাৰ লগে লগে ভালবোৱা গাভৰুহঁতকো চকু ফুৰাই চাইছে। গাভৰুহঁতেও ডেকাবিলাকৰ ভাল বেয়া চাইছে। এইদৰে আজি কীৰ্ত্তনঘৰত মহা উৎসৱ মিলিছে।

কীৰ্ত্তনঘৰৰ পিৰালিত থিয় দি থকা গাভৰুবিলাকৰ ভিতৰত এজনী প্ৰায় চৈধ্য পোন্ধৰ বছৰীয়া বৰ চিকণ গাভৰু আছিল। তেওঁৰ মুখখান কোমল ; চুলিটাৰ দীঘল, মূৰত এটা ডাঙৰ খোপা, কঁকালত কিংখাপৰ মেখেলা। নাকত নাকফুল, কাণত কড়িয়া, আৰু হাতত সোণৰ মুঠিখাৰু। তেওঁক পাছফালৰ পৰা তেওঁতকৈ বয়সিয়াল গাভৰু এজনীয়ে সাবট মাৰি ধৰি আছিল। আটাই-বিলাক গাভৰুৰ ভিতৰত তেৱেঁই দেখিবলৈ শুৱনী আছিল। ৰূপহী সমাজত তেৱেঁই তৰা জিলিকাদি জিলিকিছিল।

ভাল মানুহৰ ডেকাবিলাকৰ ভিতৰতো এজন বৰ ধুনীয়া।

ডেকা আছিল। তেওঁৰ বয়স একুৰি ছুবছৰ মান হৈছিল। তেওঁৰ মুখখান বহল; অলপ অলপ গোফ ঠুঁটিয়াইছে। নাকটো দীঘল বৈ পৰা। ওঠ দুটা ঘূৰণীয়া। তেওঁৰ বৰণ বগা, হাত-ভৰিবিলাক সুঠাম আৰু শকত-আৱত। বুকুখন বহল, গাটো নোদোকা। তেওঁ বৰ দীঘলো নহয়, চুটিও নহয়। আমাৰ এই ডেকাজনে প্ৰায় দুকুৰি মানুহেৰে সৈতে ফুৰিছিল।

মহাপ্ৰভুৰ খাটোলাৰ পাছে পাছে ফুৰি থাকোঁতে এই ডেকাজনে এবাৰ কীৰ্ত্তনঘৰৰ পিৰালিত থিয় দি থকা গাভৰুজনীৰ ফাললৈ অলপ কেৰাহিকৈ চালে। গাভৰুজনীয়েও ডেকাজনৰ ফাললৈ চালে। চাৰিচকুৰে মিলন হ'ল। দুইকো দুইও অলপ পৰ চাই ৰ'ল। এনেতে মহাপ্ৰভুৰ খাটোলাখন ঘূৰি আহি সেইখিনি পোৱাত সেই মনুষ্য-সাগৰৰ ঢৌত পৰি ডেকাজন গাভৰুজনীৰ চকুৰ পৰা আঁতৰ হ'ল।

লক্ষ্মী আইৰ খাটনিয়াৰে সৈতে তৰ্ক কৰি মহাপ্ৰভুৰ খাটনিয়াৰ হাৰিল। মহাপ্ৰভুৱে ৰূপ তিনি শ দঁড় পেলাই মন্দিৰলৈ সোমাল। গধূলি হ'ল। ফাকুৱাও শেষ হ'ল। সকলো মানুহেই ঘৰাঘৰি গ'ল।

# দ্বিতীয় অধ্যায়

## নৈৰ বুকত

কীৰ্ত্তনঘৰৰ পৰা ওলাই আমাৰ এই ৰূপহী গাভৰুজনী লগৰ আন আন গাভৰু আৰু বুঢ়ীয়ে সৈতে পোনেই উত্তৰলৈ মুখ কৰি গ'ল। আমাৰ এই ডেকাজনো প্ৰায় দুকুৰিজন মানুহে সৈতে তেওঁৰ পাছে পাছে গ'ল। এইদৰে প্ৰায় এমাইল মান বাট গৈ গাভৰুজনী পচিমলৈ ঘূৰি আকৌ এটা বাটেদি যাবলৈ ধৰিলে। ডেকাজনো মানুহে-দুনুহে সৈতে সেই বাটেদিয়ে গ'ল। অলপ দূৰ গৈয়েই দুইও জাক মানুহে বৰপেটাৰ "চাউল-খোৱামানাহ" নদী পালে। এই নদীটো নিচেই সৰুও নহয়, ডাঙৰো নহয়। গুৱাহাটীৰ উত্তৰ পাৰে থকা হাজো সোঁতাৰে এটা সুঁতি পচিম মুখে হাজোৰ ওচৰতে ফাটি আহে; আৰু তাতে উত্তৰফালৰ পৰা পাগলাদিয়া, আলপা, কালদিয়া, পহুমাৰা ইত্যাদি সৰু সৰু নদী পৰি সুঁতিটো ক্ৰমে ভাটিৰ ফাললৈ বহল হৈ আছে। বৰপেটাৰ ওচৰত ডোঙ্গৰকুচি নামেৰে এখন গাৱঁৰ গুৰিয়েদি "মানাহ" নামেৰে আৰু এটা পৰ্ব্বতীয়া নদী আহি লগ লাগে আৰু এই খিনিৰে পৰাই নদীটোৰ নাম "চাউলখোৱা-মানাহ" হয়। বৰপেটীয়া মানুহবিলাকে এই নদীয়েদি সেই সময়োতে উজাই ভটীয়াই বেহা-বেপাৰ কৰি ফুৰিছিল। তিৰুতা-

মানুহ জাক এই নদীৰ ওচৰ চপা মাত্ৰকে পানীৰ অলপ দৰ পৰা দুখন চৈ দিয়া চৰা নাওঁ আহি পাৰ চাপিল। তিৰুতামানুহবিলাক দুজাক হৈ এখন নাৱঁত উঠিল। গাভৰুজনীয়ে প্ৰায় পোন্ধৰ ষোলজনী মান তিৰুতাৰে সৈতে এখন নাৱঁত উঠি তাত পাৰি থোৱা শয্যা এখনত বহিল। তেওঁৰ লগৰ মানুহ এজনীয়ে তেওঁক তামোলৰ বটাটো আগবঢ়াই দিলে। গাভৰুজনীয়ে লচ্-পচ্ কৰি তামোল কাটিবলৈ ধৰিলে। তাৰ পাছতে নাৱঁৰীয়া-হঁতে নাৱঁৰ গোজ উঘালি লৈ নাওঁ মেলি দিলে। গাভৰুজনী মানুহে দুনুহে সৈতে নাৱঁত উঠোতে আমাৰ ডেকাজনে চকু নপচৰাকৈ গাভৰুজনীৰ ফাললৈ চাই আছিল। তেওঁৰ লগৰ আধামান মানুহ এখন নাৱঁত উঠিল; এনেতে তেওঁৰ লগৰ বয়সিয়াল মানুহ এজনে মাত লগালে ঃ—“বোপা দেউতা! কৰে কি। নাৱঁত উঠিবৰ হৈছে।” সেই মানুহজনৰ এই কথা কেই আষাৰে তেওঁৰ গালৈ গম আনিলে। তেওঁ তেতিয়া লৰালৰিকৈ তেওঁলৈ সজাই থোৱা নাওঁখনত গিৰিস্ কৰি উঠিল আৰু তাত পাৰি থোৱা শয্যা এখনত বহি নাওঁ মেলি দিবলৈ কলে। তেতিয়াই দুখন নাৱোঁ চলিবলৈ ধৰিলে। নাৱঁৰীয়াহঁতে গিৰিপ্ গিৰিপ্ কৰি বঠা মাৰিলে। চাৰিউখন নাওঁ অগা পিছা হৈ যাবলৈ ধৰিলে।

এইদৰে নাওঁ কেইখান এখান মান তামোল খাবৰ বাট যোৱাৰ পাছত ডেকাজনে তেওঁৰ ওচৰত বহি থকা বয়সিয়াল মানুহ এজনক কলে :—“ককাই! আমাৰ নাৱঁৰীয়াহঁতে নাৱেঁ নাৱেঁ

নাম গাই যকচোন।” ডেকাজনৰ এই কথা শুনি মানুহজনে সিখন নাৱঁৰ কঁহিৰাম নামেৰে মানুহ এজনক মাতি কলে “কঁহিৰাম! বোপা দেউতাই কৈছে নাৱঁত নাম গাই যাব লাগে।” কঁহিৰামে “ভাল বাৰু” বুলি কৈ গাবলৈ ধৰিলে :—

## ঘোষা

“কৈত পাইবোঁ প্ৰাণ গোপাল আমি
হৰাইলোঁ অৰুণ লোচন স্বামী ॥”

নাৱঁৰীয়াহঁতে ধৰিলে :—

“কৈত পাইবোঁ প্ৰাণ গোপাল আমি
হৰাইলোঁ অৰুণ লোচন স্বামী।”

কঁহিৰামে লগালে :—

পদ

“উচ্চ বৃক্ষ দেখি শোধে সাদৰি।
শুনিয়োে অশ্বত্থ, বট, পাকৰি ॥

নাৱঁৰীয়াহঁতে ধৰিলে :—

কৈত পাইবোঁ............

কঁহিৰাম—“যাহন্তে দেখিলা নন্দকুমাৰ।
নেন্তে চুৰি কৰি চিত্ত-হামাৰ ॥

... ... ... ...

হে কুৰুবক অশোক চম্পা
কহিয়া কথা কৰা অনুকম্পা

... ... ... ...

মানিনীৰ দৰ্প কৰিয়া চূৰ ।
জানাহা কৃষ্ণ যান্ত কত দূৰ ॥

... ... ... ...

হেৰা তুলসি ! সমিধান দিয়া ।
তুমি গোবিন্দৰ পৰম প্ৰিয়া ॥

... ... ... ...

যাহন্তে দেখিলা নন্দকুমাৰ ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ ॥

... ... ... ...

সমস্তে গোপীৰ জীৱন ধন ।
দেখিলা যাহন্তে নন্দ নন্দন ॥

... ... ... ...

হে আম, জাম, বেল, বকুল ।
নাহি উপকাৰী তোমাৰ তুল ॥

... ... ... ...

কৃষ্ণৰ বিৰহে দেখোঁ আন্ধাৰ ।
কোৱা কৈক গৈল কৃষ্ণ আমাৰ ॥

নামৰ লগে লগে গিৰিপ্ গিৰিপ্ কৰি নাওঁ চলিবলৈ ধৰিলে। মতাবিলাকক নাম গোৱা শুনিয়েই হব পায় আগৰ নাৱঁৰ তিৰুতাবিলাকেও গাবলৈ ধৰিলে ঃ—

ঘোষা

"ইবাৰে উদ্ধাৰ কৰা মোকে
এ হে গোপীনাথ বাৰেক উদ্ধাৰ কৰা মোকে।

পদ

"চক্ৰবাত অসুৰে কৃষ্ণক নিলে হৰি।
আকাশত মাৰিলা গলত চিপি ধৰি॥

...  ...  ...  ...

কৃষ্ণক হিয়াত লই পৰিল ভূমিত।
জুৰাইল তোমাক পায়া যশোদাৰ চিত॥

...  ...  ...  ...

ছলে হামি তুলি তুমি দেখাইলা মাৰত।
গৰ্ভৰ ভিতৰে আছে সমস্ত জগত॥

এইদৰে নামে পদে চাৰিউখান নাওঁ যাবলৈ ধৰিলে। চাৰিউখান মানাহেদি উজাল। প্ৰায় পাঁচ মাইল বাট গৈ মতাজাকৰ নাওঁ দুখান এখান গাওঁ পালে। তাতে সেই নাওঁ দুখান চাপিল। তিৰুতা জাকৰ নাও দুখান নৰৈ উজাই যাবলৈ ধৰিলে।

# তৃতীয় অধ্যায়

## বৰনগৰীয়া বৰুৱা আৰু হুলকান্ত বৰুৱা

মতা জাকৰ নাওঁ দুখান যত চাপিছিল সেই ঠাই ডোখৰৰ নাম "যুগীৰ পাম।" এই ঠাই ডোখৰ মানাহ নদীৰ পাৰতে- বৰপেটাৰ পৰা চাৰি মাইল মান দূৰ। আজিকালি (১) ইয়াত কুৰিঘৰ বৰনগৰৰ আৰু বৰপেটাৰ পমুৱা মানুহৰ ঘৰ আছে। ইয়াত বাজে এই যুগীৰ পামৰ তিনিউফালে হাবি। সেই হাবি অগাধ অটব্য। ভালুক আৰু বাঘেৰে ভৰা। আন কি সাঁজ লাগিলেই অকলশৰীয়াকৈ দুই এজন মানুহ ৰাজ আলিয়েদিও যাব নোৱাঁৰে। আমি যি (২) সময়ৰ কথা লিখিছোঁ সেই সময়ত বৰপেটাৰে পৰা "চাউলখোৱা মানাহৰ" ইপাৰ সিপাৰ লোকে লোকাৰণ্য আছিল। ডোঙ্গৰকুচিৰে পৰা ইফালে আজি- কালি বজালীলৈ যোৱা বাটলৈকে সিফালে বেঁকীলৈকে মানুহৰ বসতি আছিল। ঈশ্বৰৰ ইচ্ছাত আজিকালি এই বিলাক ঠাই অগাধ-অটব্য অৰণ্যত পৰিণত হৈছে। "যুগীৰ পামৰ" তিনি চাৰি মাইল মান আঁতৰত উত্তৰে আজিকালি "হাউলি" নামেৰে এডোখৰ মুকলি ঠাই আছে। এই ঠাইডোখৰ প্ৰায় আধা মাইল দীঘল আৰু প্ৰায় পোৱা মাইল বহল। এই ঠাইডোখৰৰ উত্তৰ আৰু পূবেদি মানাহ নদী। ইয়াত আজিকালি দহবাৰ- ঘৰমান নেপালীৰ ম'হৰ খুটি আৰু কেইঘৰমান পমুৱাৰ বস্তিত বাজে আন একো নাই। হাউলিৰ পচিমে এডোখৰ হাবি আছে।

এই হাবিৰ ভিতৰত এটা পুখুৰী আছে। মাজে মাজে ভগা ইটা, ভগা শিল পৰি পৰি আছে। হাতীৰে নহলে আজিকালি ইয়াত সোমোৱা টান। এই ডোখৰ হাবিৰ নাম "বৰুৱাৰ বাৰি।" "বৰুৱাৰ বাৰিৰে" পৰা এমাইলমান পচিমলৈকে এডোখৰ বৰ ইকৰাণি হাবি আছে। এই ইকৰাণি হাবি এৰালেই আজিকালি আলিৰ উত্তৰে এটা ডাকবঙ্গলা পোৱা যায়। এই ডাকবঙ্গলাৰ সাত আঠ নল আঁতৰতে উত্তৰে "মানাহ" নদী। এই ঠাই-ডোখৰৰ নাম "হলা পাকৰি"। "হলা পাকৰিৰ" সমুখতে প্ৰায় আধামাইল বহল এডোখৰ ইকৰাণি হাবি। এই ইকৰাণি হাবিৰ মূৰতে দক্ষিণে এখন বৰ ডাঙৰ ঝাৰণি হাবি আছে। এই ঝাৰণিৰ নাম "নগৰঝাৰ"। "নগৰঝাৰৰ" পশ্চিমে "ঘিলাঝাৰ" নামেৰে আৰু এডোখৰ ঝাৰণি আছে। হলা পাকৰিৰ পচিম-ফালেও এডোখৰ বৰ ডাঙৰ ইকৰাণি হাবি এৰাই এখান ডাঙৰ ঝাৰণি পোৱা যায়। এইখন ঝাৰণিৰ নাম "বৰবৰিৰ ঝাৰ।" এই তিনিওখন ঝাৰণিৰ ভিতৰতে ভালেমান ফলৱতী গাছ, আলি পদুলিৰ চিন, পুখুৰি ইত্যাদি দেখিবলৈ পোৱা যায়।

আমি যি সময়ৰ কথা লিখিছোঁ সেই সময়ত এই আটাইবিলাক ঝাৰণিয়েই একো একোখন নগৰ আছিল। ঈশ্বৰৰ ইচ্ছাত সেই সময়ৰ নগৰবিলাক আজিকালি ঝাৰণি হৈছে।

"নগৰঝাৰ" বুলি যি ডোখৰ ঝাৰণি আছে এই ডোখৰ হেনো কোচবিহাৰৰ নৰনাৰায়ণ ৰজাৰ নগৰ আছিল। তেৱেঁই এইখন নগৰ থাপনা কৰিছিল। নৰ-নাৰায়ণ ৰজাক হেনো বাৰ বছৰ

শনিয়ে পাইছিল। তেওঁৰ দৈবজ্ঞ সকলে তেওঁক শনিৰ কোপ এৰাবলৈ বাৰ বছৰ নিজৰ ৰাজ্য এৰি প্ৰবাস খাটিবলৈ আৰু সেই প্ৰবাসৰ ভিতৰত যিমান পাৰে সৎকৰ্ম্ম কৰিবলৈ উপদেশ দিয়ে। তেওঁ সেই উপদেশ অনুসাৰে কোচবিহাৰ এৰি আমাৰ কামৰূপত এই নগৰখন থাপি ইয়াতে বাৰ বছৰ থাকে। এই সময়তে তেওঁ বৰপেটাৰ কীৰ্ত্তন ঘৰটো সাজি দিয়ে আৰু ঠায়ে ঠায়ে মঠ-মন্দিৰ কৰাই নিজৰ অক্ষয় কীৰ্ত্তি ৰাখে।

বাৰ বছৰ প্ৰবাস খাটি নৰনাৰায়ণ মহাৰাজ নিজৰ দেশলৈ গ'ল। আৰু তেওঁৰ সুদিন হোৱাত তেওঁ চাৰিউফালে আন আন দেশবিলাক জয় কৰিবলৈ মন কৰি তেওঁৰ ভায়েক চিলাৰায়ক পঠায়। চিলাৰায়ে অলপ দিনৰ ভিতৰতে কামৰূপ, জৈন্তিয়া ত্ৰিপুৰা, শ্ৰীহট্ট, কাচাৰ ইত্যাদি দেশ জয় কৰে; আৰু কোচ-বিহাৰৰ ৰাজ্য ইফালে অসম, সিফালে ত্ৰিপুৰালৈকে বিস্তাৰ কৰে। ইয়াৰ পাছতে নৰনাৰায়ণ ৰজাৰ গৌড়ৰ নবাবে সৈতে যুঁজ লাগে। সেই যুঁজত তেওঁ হাৰে। তেওঁৰ ভায়েক চিলাৰায়ক গৌড়ৰ নবাবে বন্দী কৰি নিয়ে। চিলাৰায় গৌড়ৰ নবাবৰ তাত বন্দী হৈ থাকোঁতেই নবাবৰ মাকৰ এটা শকত নৰিয়া হয়। চিলাৰায়ে দৰব খুৱাই নবাবৰ মাকক ভাল কৰে। ইয়াতে নবাবে সন্তুষ্ট হৈ তেওঁক এৰি দিয়ে আৰু গঙ্গানদীকে কোচবিহাৰ আৰু গৌড়ৰ সীমা থিৰ কৰে। ইয়াৰ কিছুমান দিনৰ পাছত চিলাৰায় মৰে। চিলাৰায়ৰ ৰঘুৰায় নামেৰে এটি সন্তান থাকে। নৰনাৰায়ণ ৰজা বুঢ়া কাললৈকে নিঃসন্তান আছিল। সেই দেখি তেওঁ ৰঘুৰায়কে

নিজৰ পোষ্য লবলৈ থিৰ কৰিছিল। কিন্তু ৰঘুৰায়ৰ দুৰ্ভাগ্যক্ৰমে নৰনাৰায়ণ ৰজাৰ বুঢ়া বয়সত এজনা কোঁৱৰ জন্মিল। সেই কোঁৱৰৰ নাম লক্ষ্মী নাৰায়ণ। ৰঘুৰায়ে খুৰাকৰ সন্তান হোৱা দেখি ৰাজ্য পাবৰ আশা এৰি কিছুমান মানুহ লৈ তেওঁৰ খুৰাকে পতা বৰনগৰলৈ আহিল। আৰু তাতে নতুনকৈ ঘিলা বিজয়পুৰ নামেৰে এখন নগৰ পাতি থাকিল। সেই নগৰেই আজিকালিৰ ঘিলাঝাৰ। ৰঘুৰায় পলাই অহা দেখি খুৰাকে "পাৰাকাৰ্জি" নামেৰে এজনক ৰঘুৰায়ক ধৰাই নিবলৈ পঠালে। ৰঘুৰায়ে "পাৰাকাৰ্জিৰ" লগত নগৈ "পাৰাকাৰ্জিয়ে সৈতে যুঁজপাতি পাৰাকাৰ্জিক হৰুৱাই পঠালে। তাৰ পাছত ৰঘুৰায়ে আকৌ এবাৰ "বাইৰবাঁকু" নামেৰে নৰনাৰায়ণ ৰজাৰ নগৰ এখন লুটিলে। নৰনাৰায়ণ ৰজাই এই কথাত বেজাৰ পাই সৈন্যসামন্ত গোটাই লৈ ৰঘুৰায়ক শাস্তি দিবলৈ আহিল; কিন্তু সৌভাগ্যক্ৰমে খুৰাক ভতিজাকৰ ভিতৰত যুঁজ নহল। বুদ্ধিমান নৰনাৰায়ণ ৰজাই ৰঘুৰায়ক তেওঁৰ একখণ্ড ৰাজ্য এৰি দিলে আৰু সোণকোষ নদীকে ৰঘুৰায়ৰ আৰু তেওঁৰ লক্ষ্মীনাৰায়ণৰ ৰাজ্যৰ সীমা থিৰ কৰিলে।

কালক্ৰমে ৰঘুৰায় আৰু নৰনাৰায়ণ ৰজা দুয়ো পৰকাল প্ৰাপ্ত হ'ল। নৰনাৰায়ণ ৰজাৰ পুতেক লক্ষ্মীনাৰায়ণ থাকিল। ৰঘুৰায়ৰ পৰীক্ষিতকে আদি কৰি পাঁচজন সন্তান ৰ'ল। ৰঘুৰায় আৰু নৰনাৰায়ণ মৰাৰ পাছত পৰীক্ষিতৰ লক্ষ্মীনাৰায়ণে সৈতে মনোবাদ হৈ যুঁজৰ আয়োজন হ'ল। লক্ষ্মীনাৰায়ণে পৰীক্ষিতৰ বল বেছি যেন দেখি দিল্লীৰ সম্ৰাটৰ সহায় লয়। ১৬১৪ শকত দিল্লীৰ

সম্রাটৰে আৰু পৰীক্ষিতৰে এটা যুঁজ হয়। সেই যুঁজত পৰীক্ষিত সম্পূর্ণৰূপে হাৰে। দিল্লীৰ সম্রাটে পৰীক্ষিতৰ সমস্ত ৰাজ্যকে কাঢ়ি লয়। পৰীক্ষিতৰ চন্দ্র নাৰায়ণ আৰু বিজিত নাৰায়ণ নামেৰে দুজন কোঁৱৰ থাকে। বিজিত নাৰায়ণে মচলমানৰ বশ্যতা স্বীকাৰ কৰাত দিল্লীৰ সম্রাটে তেওঁক সোণকোষৰে পৰা মানাহলৈকে এই ভূখণ্ডত ৰাজ্য পাতিবলৈ দি মিত্র ৰাজ্য কৰি ৰাখে। বৰ্ত্তমান বিজনীৰ জমিদাৰৰ ঘৰ এই বিজিত নাৰায়ণৰে বংশ। বাপেকে সৈতে মচলমানৰ যুঁজ লগাত বলি নাৰায়ণ উজাই পলাই আহে আৰু আহোম ৰজাৰ আশ্রয় লয়। আহোম ৰজাই বলি নাৰায়ণক দৰঙ্গত ৰাখি বৰনগৰত এজন কায়স্থক তেওঁলোকৰ প্রতিনিধি স্বৰূপে দুৱৰীয়া বৰুৱা পাতে। এই বৰুৱাৰে ঘৰ আজিকালিৰ "বৰুৱা-বাৰি" বোলা ঠাই ডোখৰত আছিল। হাউলিত তেওঁৰ বেটী-বন্দীবিলাক আছিল। এই বৰুৱাৰ বংশৰে আমি যি সময়ৰ কথা লিখিছোঁ সেই সময়ত "চণ্ডীবৰুৱা" (৫) নামেৰে এজন দুৱৰীয়া বৰুৱা এই ঠাই ডোখৰত আছিল। লৰা ৰজাৰ দিনত ৺গদাধৰ সিংহ গুৱাহাটীত পলাই থকাত গুৱাহাটীৰ বৰফুকনে সৈতে মচলমানৰ আকৌ এটা যুঁজ হয়। সেই যুঁজত লৰা ৰজাৰ অত্যাচাৰত ৰঙ্গপুৰৰ পৰা ভাগি অহা যোগকান্ত নামেৰে এজন কলিতা ভাল মানুহে ফুকনক সহায় কৰে। মচলমানক জিকি উঠি বৰফুকনে যোগকান্তক আজিকালিৰ "যুগীৰ পাম" বোলা ঠাই ডোখৰৰে পৰা সিফালে হাউলিলৈকে ইফালে বজালিৰ ওচৰলৈকে বৰুৱা পাতি বেটী-বন্দী, মাটি বৃত্তি দি ৰাখে।

যোগকান্তক বৰুৱা পাতিবৰ সময়ত বৰনগৰীয়া বৰুৱাই এই কথা ভাল নেপাই অলপ হকা বধা কৰিছিল। কিন্তু বৰফুকনে সেই কথা নুশুনি যোগকান্তক বৰুৱা পাতে। তাৰে পৰাই এই দুঘৰ বৰুৱাৰ (৬) পৰস্পৰ পেটে পেটে হিংসাহিংসি চলি থাকে। আমাৰ বৰ্ত্তমান কাহিনীৰ হলকান্ত বৰুৱাই এই যোগকান্তৰ পুতেক আৰু হলকান্তৰ পুতেকেই আমাৰ এই কাহিনীৰ নায়ক লক্ষ্মীকান্ত। কীৰ্ত্তনঘৰত দেখা সেই ৰূপহী গাভৰুজনী বৰনগৰীয়া চণ্ডী বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক নাম "মনোমতী"।

# চতুৰ্থ অধ্যায়

## মনোমতী

বৰনগৰীয়া চণ্ডীবৰুৱাৰ টোলটো আজিকালি "বৰুৱাবাৰি" বোলা ঠাই ডোখৰত মানাহ নদীৰ পাৰত আছিল। তেওঁৰ টোলটোৰ চাৰিউফালে প্ৰায় চাৰিহাত ওখ চাৰিপুৰা মাটিৰ বেৰৰ এটা ইটাৰ গড়। সেই গড়ৰ ঘাই তুৱাৰমুখ দক্ষিণৰ ফালে। পূব, পশ্চিম আৰু উত্তৰেও এটা এটা তুৱাৰমুখ। উত্তৰৰ তুৱাৰমুখটোৰেদি বৰুৱাৰ ঘৰৰ মানুহবিলাক নৈলৈ ওলোৱা সোমোৱা কৰিছিল; আৰু তুই কাষৰ ইতুটা তুৱাৰমুখেদি গড়ৰ বাহিৰে থকা হাউলিলৈ ওলোৱা সোমোৱা কৰিছিল। ঘাই তুৱাৰমুখত এটা পকা বাটঘৰ আছিল। এই বাট ঘৰটোৰ বেৰবিলাক শিলেৰে গঁথা আৰু ওপৰৰ চাতখন ইটাৰ। সেই চাতখনক বৰ বৰ ইটাৰ থামে ধৰি আছিল।

গড়ৰ দক্ষিণ তুৱাৰমুখেদি গড়ৰ ভিতৰলৈ সোমাই গলে পোনেই এটা বহল আৰু ওখ আলি পায়। সেই আলিৰ তুয়ো-কাষে তুটা চাৰিচুকীয়া পুখুৰী। সেই পুখুৰীৰ আলিৰ তুয়ো কাষৰ পাৰ তুটাত নাৰিকলৰ গছ শাৰী শাৰীকৈ ৰোৱা। পুখুৰী তুটাৰই তিনিটা পাৰত নানা তৰহৰ ফুলৰ গছ—শেৱালী, ৰঙ্গিয়াল বাগী, গোলাপ, টগৰ। পুখুৰী তুটাৰ মাজৰ আলিটোৰেদি গলে বৰুৱাৰ চৰাঘৰৰ টুপ পায়। চৰাঘৰটো ডাঙৰ। ঘৰটো খেৰী তুচলীয়া আৰু এটা টুপ লগোৱা। চৰাঘৰৰ পাছবেৰৰ তুয়ো

কোণৰে পৰা ছুটা ইটাৰ গড়। পূব কোণৰ গড়টো পূবৰ বাহিৰ গড়ত লগা আৰু পচিম কোণৰ পৰা যোৱা গড়টো পচিমৰ বাহিৰ গড়ত লগা। চৰাঘৰৰ পূব কোণৰ পৰা যোৱা গড়টোৰ গাত্তে, বাহিৰ ফালে চৰাঘৰৰ পৰা মুঠেই পাঁচনলৰ মান আঁতৰত পূবে এটা পকা দালান। সেই দালানৰ পূবে গাতে লগা এটা ইটাৰ মঠ। দালানটোলৈ সোমোৱা বাট ছুটা। এটা পচিম-ফালৰ পৰা; এটা উত্তৰ ফালৰ পৰা। এই উত্তৰ ফালৰ বাটটোৰেদি বৰুৱাৰ পৰিবাৰ আদি গড়ৰ ভিতৰৰ পৰা এই দালানটোলৈ আহিব পাৰে। পচিমৰ ছুৱাৰমুখটোৰেদি যেয়ে সেয়ে সোমাব পাৰে। এই দালানটো বৰুৱাৰ গোঁসাইৰ মণিকূট আৰু মঠটো গোঁসাইঘৰ। সেই গোঁসাইঘৰৰ ভিতৰত এজনা কৃষ্ণ মূৰ্ত্তি। এই মঠ আৰু মণিকূট আৰু পুখুৰীৰ মাজেদি গৈ বাহিৰ গড়ৰ পূব ছুৱাৰমুখটো পায়। চৰাঘৰৰ পচিম কোণৰ পৰা পচিমলৈ যিটো গড় গৈছে সেই গড়টোত চৰাঘৰৰ ওচৰতে এটা ছুৱাৰমুখ আৰু তাৰ পৰা ন দহ নলৰমান গৈ আৰু এটা ছুৱাৰমুখ পায়। সেই ছুৱাৰমুখৰ অলপ পচিমৰ পৰাই এই গড়ৰ পৰা উত্তৰে উত্তৰ গড়লৈ আৰু এটা উত্তৰা-দক্ষিণা গড় দেখি। পূবা-পচিমা গড়টোৰ এই দ্বিতীয় ছুৱাৰমুখটো এৰায়েই বাহিৰ ফালে এটা দীঘল খেৰী ঘৰ পায়। সেই খেৰী ঘৰটোও গড়ৰ গাতে লগা আৰু পূবা-পচিমা। এইটো বৰুৱাৰ গোহালি ঘৰ। এই গোহালিঘৰ আৰু বাঁওহাতৰ পুখুৰীৰ মাজেদি গৈ বাহিৰ গড়ৰ পচিমৰ ছুৱাৰমুখটো পায়।

চৰাঘৰৰ পেটেদি পাছফালে একেজোৰামৰা উত্তৰা-দক্ষিণা এটা মাৰলঘৰ। সেই মাৰলঘৰটোৰ পূব পচিম দুয়ো কাষে দুটা দুৱাৰমুখ। উত্তৰ মূৰে মাৰল ঘৰৰ মূধেদি লগাকৈ বৰুৱাৰ বৰ ঘৰ। সেই বৰঘৰটো খেৰী। তাৰ পূব মূৰে এটা পকা দালান। সেই পকা দালানলৈ বৰঘৰৰ ভিতৰেদি এটা বাট; আন কোনোফালেদি বাট নাই। এইটো বৰুৱাৰ ধন-সোণৰ ভঁড়াল। বৰঘৰৰ পচিম মূধেদিও বৰঘৰে সৈতে একেজোৰা লগা আৰু এটা পূবা-পচিমা খেৰী ঘৰ। সেই ঘৰটোৰ উত্তৰ আৰু দক্ষিণ দুয়োফালে দুটা দুৱাৰমুখ। উত্তৰৰ দুৱাৰমুখেদি ওলাই এখন কাঠি পায়। সেই কাঠিত বহি বৰুৱাৰ বাহিৰৰ উত্তৰ গড় দেখি। বৰুৱাৰ বৰঘৰৰ উত্তৰেদিও ভিতৰৰ পৰা ওলাবলৈ এটা দুৱাৰমুখ। সেই দুৱাৰমুখেদি ওলাই এখন কাঠি পায়। সেই কাঠি আৰু বৰঘৰৰ পচিমৰ ঘৰটোৰ কাঠি দুয়ো একে শাৰীতে। পচিমৰ ঘৰটোৰ দক্ষিণ দুৱাৰমুখেদি ওলাই এখন চোতাল পায়। সেই চোতালৰ পূবে মাৰলঘৰ। পচিমে এশাৰী ভঁড়াল।

বৰুৱাৰ মাৰলঘৰটোৰ পূব আৰু পচিম দুয়ো কাষেদি দুটা দুৱাৰমুখ আছে বুলি কোৱা হৈছে। পূবৰ দুৱাৰমুখটোৰেদি ওলাই এখন চোতাল পায়। সেই চোতালত থিয় হৈয়ে পূবে এটা ৰান্ধনিঘৰ দেখি, উত্তৰে বৰুৱাৰ ধন-সোণৰ ভঁড়াল দেখি আৰু দক্ষিণে চৰাঘৰৰ এডোখৰ, পূবৰ গড়টো আৰু গোঁসাই-ঘৰটো দেখি। গোঁসাইঘৰলৈ ভিতৰৰ ফালৰ পৰা সোমাবলৈ দক্ষিণৰ গড়ৰ মাজেদি এটা বাট। ৰান্ধনিঘৰ, ধন-সোণৰ ভঁড়াল

এই বিলাকৰ পাছফালে পূবে আৰু এটা গড় দেখি। সেই গড়ৰ ভিতৰত দক্ষিণে এটা সৰু পুখুৰী। সেই পুখুৰীৰ উত্তৰে এটা ওখ দালান। দক্ষিণে এটা দক্ষিণগড়ৰ গাতে লগা দীঘল খেৰী ঘৰ। এই দীঘল খেৰী ঘৰটোৰ ভিতৰত অসংখ্য চৰাই, হাঁহ, পাৰ, তিতৰ, দৰিক ইত্যাদি লেখ জোখ নোহোৱা। উত্তৰৰ দালানটো শুদা। তাত হেনো মাজে মাজে বৰুৱাই তেওঁৰ সহ-ধৰ্ম্মিণীৰে সৈতে জুৰ লবলৈ যায়। গড়টোৰ ভিতৰলৈ সোমাবলৈ উত্তৰ মূৰে এটা আৰু দক্ষিণ মূৰে এটা বাট।

মাৰলঘৰৰ পচিম দুৱাৰমুখেদি ওলায়ো এখন চোতাল পায়। সেই চোতালৰ পচিমে এশাৰী উত্তৰা-দক্ষিণা ভঁড়াল। সেই ভঁড়ালত হেনো বৰুৱাৰ ধান চাউল আছিল। চোতালৰ উত্তৰে বৰঘৰৰ পচিম মূৰে সেই ঘৰটো দেখি। দক্ষিণে চৰাঘৰটোৰ এডোখৰ দেখি। ভঁড়াল শাৰীৰ পাছত আৰু এশাৰী ঘৰ। সেই ঘৰবিলাকত বৰুৱাৰ বেটী-বন্দী ইত্যাদি আছিল। এই বেটী-বান্দী-ইঁতৰ ঘৰৰ পচিমে উত্তৰা-দক্ষিণা এটা গড়। সেই গড়ৰ ভিতৰলৈ সোমাবলৈ গড়টোৰ দক্ষিণৰ কোণত এটা দুৱাৰমুখ আৰু উত্তৰৰ কোণত এটা দুৱাৰমুখ। এই গড়টোৰ ভিতৰতো এটা পুখুৰী। সেই পুখুৰীটোৰ উত্তৰ পাৰে এটা দালান। দক্ষিণ পাৰে এটা খেৰী ঘৰ। সেই খেৰী ঘৰটোৰ ভিতৰত ভালেমান পছু। উত্তৰৰ পকাটো শুদা।

বৰুৱাৰ এই শেষৰ গড়টোৰ ভিতৰত থকা পুখুৰীৰ পাৰৰ দালানটোৰ ভিতৰত বৰপেটাৰ ফাকুৱা হৈ যাবৰ ছয় সাত দিনৰ

পাছত এখন খাটত বহি এজনী গাভৰুৱে দালানটোৰ উত্তৰৰ খিৰিকী এখনেৰে “মানাহ” নদীলৈ বাহিৰৰ উত্তৰৰ গড়ৰ ওপৰেদি চাই আছিল। দালানটো তিনিপুলীয়া। ভিতৰখন সুন্দৰকৈ সজোৱা। পূবৰ খোটালিটোত এখন খাট পতা। এই খাটখনৰ ওপৰতে গাভৰুজনী বহি আছিল। এই খোটালিটোত তিনি ফালে তিনিখন খিৰিকী। দালানটোৰ মাজৰ খোটালিটো উদং। পচিমৰ খোটালিটোতো এখন খাট পতা। সেই খাটৰ সমুখতে দক্ষিণফালে এখন উদং মজিয়া।

পাঠক! গাভৰুজনী কোন চিনিছেনে? এৱেঁই আমাৰ প্ৰথম তিনি অধ্যায়ত উমুকিওৱা গাভৰু; নাম “মনোমতী।” এওঁ চণ্ডীবৰুৱাৰ ফৈদৰ ধৰ্ম্মেশ্বৰ নামেৰে এজন চৌধাৰীৰ একেজনী জীয়াৰী। এওঁবিলাক জাতত কলিতা। এওঁৰ বাপেক চণ্ডী বৰুৱাৰ সোঁহাতৰ দৰে আছিল। তেওঁৰ বাহুবলতে বৰুৱাই অকণ্টকে বিষয় ভোগ কৰিছিল।

মনোমতীৰ যেতিয়া দুবছৰ বয়স তেতিয়াই তেওঁৰ মাক মৰে। তাৰ দহমাহ মানৰ পাছত তেওঁৰ বাপেক ধৰ্ম্মেশ্বৰো পৰলোক প্ৰাপ্ত হয়। তেওঁৰ বাপেকে মৰিবৰ সময়ত তেওঁক চণ্ডী বৰুৱাক হাতে হাতে সপি দি যায়। চণ্ডী বৰুৱায়ো সেই কথা অনুসৰি আৰু তেওঁৰ বাপেকৰ গুণলৈ মনত কৰি তেওঁক তেওঁৰ বয়ে-বস্তুৰে নিজৰ ঘৰলৈ লৈ আহে আৰু সেই দিনৰে পৰা নিজৰ জীয়াৰীৰ দৰে তুলি তালি ডাঙৰ দীঘল কৰে। পাঠক! সেই সময়ত

আমাৰ অসমৰ বৰুৱা ফুকন সকলে নিজ জ্ঞাতিৰ, নিজ ভাগীৰ, আন কি ওচৰ চুবুৰীয়া মানুহৰো কেনেকৈ উপকাৰ কৰিব লাগে এই কথা জানিছিল। ৰজাঘৰীয়া বিষয়াসকলৰ গাত আন দোষ থাকিলেও সহায় সাৰথি হীন মানুহক উপকাৰ কৰা ধৰ্ম্মফাকি আছিল। এতিয়াৰ দৰে সেই সময়ত বিষয়া সকল গায় গোটা পেটে ভঁড়াল স্বভাৱৰ নাছিল। আমাৰ মনোমতীক চণ্ডী বৰুৱাই নিৰাশ্ৰয়া দেখি নিজৰ লৰা এটা আৰু ছোৱালী দুজনী থকাতো বৰকৈ মৰম কৰিছিল। আন কি মনোমতীৰ যিহতে ভাল হয় তাৰে চেষ্টা কৰিছিল। মনোমতীয়ে যিহকে ভাল পায় তেওঁ তাকে কৰিছিল।

মনোমতীক সৰুৰে পৰা পমীলা নামেৰে ছয় সাত বছৰ মানে ডাঙৰ এজনী গাভৰুৱে তুলি তালি ডাঙৰ দীঘল কৰিছিল। মনোমতীয়ে এই দৰে চণ্ডী বৰুৱাৰ আশ্ৰয়ত ডাঙৰ দীঘল হৈছিল। তেওঁ চণ্ডী বৰুৱাৰ গড়ৰ ভিতৰত নিৰ্ব্বিঘ্নে যতে ইচ্ছা ততে ফুৰিব পাৰিছিল। তেওঁৰ ঘাই শোৱনিঘৰটো বৰুৱাৰ বৰ-ঘৰৰ পচিমমূধে থকা ঘৰটোৱেই আছিল। জহকালি বা বসন্ত কালি দুভাগখিনি তেওঁ তেওঁৰ সখীয়েক পমীলাই সৈতে এই দালানটোতে ৰাতি ৰাতি জুৰ লৈছিল। বৰুৱাই তাত কোনো হকা বধা নকৰিছিল। মনোমতীয়ে যি খিৰিকীৰে মানাহলে চাই আছিল সেই খিৰিকীখনৰ ওপৰত এখন পাত বন্ধা আছিল। সেই পাতত হিঙুল হাইতাল খুউৱা সৰু সৰু পেৰাৰ ভিতৰত কীৰ্ত্তন, দশম, নামঘোষা ইত্যাদি পুঁথি আছিল।

মনোমতীয়ে যি সময়ত খিৰিকীৰে নদীৰ ফালে চাই আছিল সেই সময়ত বেলি ভাটি মাৰিছিল। গছে পাতে ৰদ আছিল। সূৰ্য্যদেৱে দিনমান পৰিশ্ৰম কৰি ভাগৰ লাগিছে যেন জিৰাবলৈ মন কৰি পচিম আকাশত ঠাই লৈছিল। আকাশখনে পচিমফালে হেঙুলীয়া বৰণ ধৰিছিল। সেই আকাশৰ ছাঁ মানাহ নদীৰ ওপৰত পৰি মানাহৰ পানীকো ঝিলমিলীয়া কৰিছিল। সন্ধ্যাৰ কালত মৃদু মৃদু বতাহ বৈছিল। সেই বতাহৰ বা ৰিব ৰিব কৰি মনোমতী গাভৰুৰ গাত লাগি একোবাৰ তেওঁৰ ৰিহাৰ আঁচলটি উৰাই উৰাই নিছিল।

মনোমতীৰ কঁকালত এখন পাটৰ ফুলাম মেখেলা গাত এখন পাটৰ ৰিহা। হাতত এযোৰ সোণৰ বালা। নাকত এটা নাক-ফুল। কাণত এযোৰ কৰিয়া। কপালত এটা সেন্দুৰৰ বহল ফোঁটা। মূৰত চুলিটাৰিৰ এটা খেকেৰুপতীয়া খোপা, তামোলৰ ৰাঙেৰে ওঠ দুটি টিক্‌টিক্‌ কৰে ৰঙা।

মনোমতী গাভৰুৰ বয়স পোন্ধৰ কি ষোল্ল বছৰ হৈছিল। তেওঁৰ গাৰ বৰণ বগা। মুখখন চুচিকটা। চকুজুৰি উজ্জ্বল আৰু তাৰ ওপৰৰ ভূৰুজুৰি ধেনুৰ দৰে আৰু দুয়ো কাষে বৈ পৰা। তেওঁৰ গা বৰ শকতো নাছিল, লাহীও নাছিল। তেওঁৰ মুখখন কোমল। চকুযোৰত যেই সেই মানুহকে মৰম লগাব পৰা এটি অসামান্য জেউতি আছিল; সেই জেউতিত পুৰুষৰ মনত তেওঁলৈ পাপ চিন্তা কৰাৰ পৰা একো নাছিল। যেই সেই মানুহকে প্ৰকৃত মৰম লগাব পৰা শক্তি এটিহে আছিল।

আমাৰ দেশত বামুণত বাহিৰে আন জাতৰ বাল্যবিবাহ নথকাৰ বাবে তেওঁ তেতিয়ালৈকে অবিবাহিতা আছিল।

নদীলৈ কিছুমান পৰ গালত হাত দি চাই থাকি মনোমতীয়ে দীঘলকৈ হুমুনিয়াহ এটা কাঢ়িলে আৰু লাহে লাহে গুণ্ গুণ্ কৰি গাবলৈ ধৰিলে ঃ—

“কৃষ্ণ এক দেৱ দুঃখহাৰি —কাল মায়াদিৰো অধিকাৰি
কৃষ্ণ বিনে শ্রেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰি দেৱ —তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুষে সমস্ত জগতে সাৰ॥
নমো নমো নিত্য নিৰঞ্জন —নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নির্গুণ গুণ নিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত —নাহি পূর্ব্বাপৰ আদি অন্ত
তুমি সে চৈতন্য সমস্ত ভৱ ভাৱন্তা॥
ব্রহ্মা মহাদেৱ লক্ষ্মী দেবী —কায়মনোবাক্যে স্থিৰ কৰি
পৰম আনন্দে চৰণ সেৱন্ত যাৰ।
সদা জন্ম মৃত্যু জৰা হীন —শ্রীমন্ত সুন্দৰ গুণনিধি
বিষ্ণুত বিনাই কোন দেৱ আছে আৰ॥
যাৰ পাদোদকে দেবী গঙ্গা —যাৰ বাক্যে হুয়া আছে বেদ
পৰম পতিতো তৰয় যাহাৰ নামে।
সৃষ্টি স্থিতি প্রলয়ৰ যিটো —পৰম কাৰণ নাৰায়ণ
হেন ঈশ্বৰক নভজয় কোন কামে॥

এই দৰে তেওঁ গুণ্ গুণ্ কৰি নাম গাই থাকোঁতে এজনী বেটী ছোৱালীয়ে তেওঁৰ গছাটোত আনি চাকি এটা থলে। মনোমতীয়ে তেতিয়া আকৌ দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি পাতৰ পৰা কীৰ্ত্তনখন নমাই মেলি ললে। তেওঁ প্ৰথমেই ৺কৃষ্ণৰ শিশু-লীলাৰ এক আধ্যা মান পঢ়িলে। তাৰ পাছত শিশুলীলা ভাল নলগাত অজামিল উপাখ্যান উলিয়ালে। তাৰো কিছুমান পঢ়ি ভাল নালাগি কীৰ্ত্তনখন থৈ দশমখন ললে। দশমত ৺কৃষ্ণৰ জন্মৰ আধ্যা অলপ পঢ়িলে ; সিও ভালকৈ মনত নলগাত তেওঁ আকৌ গুণ্ গুণ্ কৰি গাবলৈ ধৰিলে :—

"অ উদ্ধৱ। আৰু কি আহিব হৰি
বাদ্ধৱ চাই থাকিম নয়ন ভৰি।"—

অতি সুললিত সুৰেৰে, মিঠা মাতেৰে মনোমতী গাভৰুৱে এই নামটি গালে। নাম গাই উঠি আকৌ দীঘলকৈ হুমুনিয়াহ এটা কাঢ়িলে, এনেতে কীৰ্ত্তন ঘৰত মনোমতীক আগুৰি ধৰি থকা তেওঁতকৈ অলপ বয়সিয়াল গাভৰুজনী তেওঁৰ ঘৰৰ ভিতৰত সোমাল আৰু একে ডেৱে গৈ মনোমতীৰ কাষত বহি তেওঁৰ হাতত ধৰিলে।

# পঞ্চম অধ্যায়

## বাপেক পুতেক

হলকান্ত বৰুৱা গুৱাহাটীৰ বৰফুকনে পতা যোগকান্ত বৰুৱাৰ পুতেক।—৺গদাধৰ সিংহৰ দিনতে তেওঁৰ বাপেক ৰঙ্গপুৰৰ পৰা পলাই আহে আৰু বৰফুকনক মচলমানৰ যুঁজত সহায় কৰি বৰুৱা বিষয় পায়। হলকান্ত সৰুৰে পৰা বাপেকৰ বৰ আদৰৰ লৰা আছিল। লৰাকালত তেওঁ ভালকৈ লেখাপঢ়া নিশিকিলে আৰু সেই কাৰণেই তেওঁৰ স্বভাৱটোও অলপ উদ্ধত আছিল। তেওঁ সকলোকে, বিশেষ কামৰূপীয়া মানুহক ঘিণাই ফুৰিছিল আৰু নিজকে সংসাৰৰ সকলো মানুহতকৈ ডাঙৰ যেন বিবেচনা কৰিছিল। তেওঁ টিঙিৰামূৰা আৰু গায়েগোটে লাহী বিধৰ মানুহ আছিল।

তেওঁৰ পুতেক আমাৰ এই আখ্যানৰ নায়ক লক্ষ্মীকান্ত ডেকা বৰুৱা হলে স্বভাৱত বাপেকৰ সম্পূৰ্ণ বিপৰীত আছিল। তেওঁ উতনুৱা স্বভাৱৰ ডেকা নাছিল। তেওঁ বৰ শান্তশীল। শৰীৰত বল আৰু হৃদয়ত সাহ আছিল। মন তেওঁৰ উন্নত, হৃদয়ত হিংসা, দ্বেষ, পৰশ্ৰীকাতৰতা ইত্যাদি কুবৃত্তিবিলাকে ঠাই নেপাইছিল। তেওঁ আন কি স্বদেশৰ হিতৰ অৰ্থে প্ৰাণ দিবলৈকো আগবাঢ়িব পাৰিছিল।

তেওঁৰ বাপেক হলকান্ত বৰুৱাৰ ধন, জন, মাটি, বৃত্তি, বেটী, বন্দী সৰহ পৰিমাণে আছিল। তেওঁৰ লক্ষ্মীকান্তৰ নিচিনা

পুতেক, তিলোত্তমাৰ দৰে জীয়েক, বিচিত্ৰীৰ দৰে গুণৱন্তী ভাৰ্য্যা আছিল। তেওঁক ঈশ্বৰে সকলো প্ৰকাৰে সুখী কৰিছিল ; কিন্তু তেওঁ ইমানবিলাক সুখ সম্পত্তিৰ গৰাকী হৈয়ো প্ৰকৃতপক্ষে সুখী হব নোৱাৰিছিল। ইয়াৰ কাৰণ অকল বৰনগৰীয়া বৰুৱালৈ তেওঁৰ হিংসা। তেওঁৰ ইমান ওচৰতে তেওঁতকৈ ধনে, জনে, মানে আৰু এজন ডাঙৰ মানুহ থাকিব এইটো কথা তেওঁৰ নাটনি। বিশেষ বৰনগৰীয়া বৰুৱাৰ ঘৰ তেওঁৰ পিতৃবৈৰী। তেওঁ বৰনগৰীয়া বৰুৱাৰ বেয়া হলেই ভাল পাইছিল।

সেই দিনাখন ফাকুৱাৰ পৰা উলটি আহিবৰে পৰা আমাৰ ডেকা লক্ষ্মীকান্ত বৰুৱাৰ মনত কিবা এটা চিন্তা হৈছিল। উঠোঁতে, বহোঁতে, খাওঁতে, শোওঁতে তেওঁৰ সদায় হা-হুমুনিয়াহ শুনা গৈছিল। কীৰ্ত্তন ঘৰত ৰূপহী গাভৰুজনীক দেখিবৰে পৰা তেওঁৰ এনে বিলাই হৈছিল। তেওঁ মানুহৰ মুখে শুনিছিল সেই গাভৰুজনী চণ্ডী বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক। সেই চণ্ডী বৰুৱাৰে সৈতে তেওঁৰ বাপেকৰ যে বিৰোধ ভাব আছিল এইটো কথাও তেওঁ সুন্দৰকৈ জানিছিল। এনেস্থলত তেওঁৰ সেই ৰূপহী গাভৰুজনীক পাবৰ আশা কৰা বৃথা এইটো জানিয়েই তেওঁ মনত অধিক দুখ পাইছিল।

আমাৰ পাঠক আৰু পাঠিকা সকলৰ কেৱে কেৱে লক্ষ্মীকান্তৰ নিচিনা ভাল স্বভাৱৰ ডেকা এজনক এনেবিলাক আচৰণ কৰা দেখি পেটে সমন্বিতে তেওঁক নিন্দা কৰিবলৈ ইচ্ছা কৰিব আৰু সেই কথা আমি জানোৱাৰ বাবে আমাকো চাগৈ বেয়া পাব।

কিন্তু আমি কি কৰিম। সেই কথাত বেজাৰ পালেও আমাৰ একো উপায় নাই। আজি ভালেমান দিন হ'ল আমি আমাৰ এজন বন্ধুৰ পৰা জানিব পাৰিছিলোঁ যৌৱনৰ হেনো এছাটি পছোৱা বতাহ আছে। সেই পচোৱা বতাহ ছাটি হেনো সকলো মানুহৰে গাত এবাৰ লাগে। আৰু সেই বতাহ লাগিলে হেনো গাৱঁলীয়া ডেকাই এঠাইত এটা লেঠা লগাই "কেচাৰি" ঘৰত উপস্থিত হয়। চহৰৰ লাহৰ ডেকাই হেনো "সখৰ যাত্ৰাৰ" দলত সোমায় আৰু নাটক উপন্যাস পঢ়ি মাৰ্জিত ৰুচিৰ প্ৰেমৰ মোল বুজা হয়। লাজকুৰীয়া ডেকাই হেনো বাটে-পথে দেখা গেন্ধেলীতে তিলোত্তমা অপেস্বৰীৰ ৰূপ অৰ্পণ কৰি সেই গেন্ধেলীৰ উদ্দেশেই তাই জানিব পাৰকেই বা নোৱাৰকেই "দৰশন বিনে প্ৰাণ যে যায়। কোথা গেলে পাব তাৰে বলে দে আমায়" এনেবিলাক পদ আওৰায়; আৰু লেখা পঢ়া জনা বুধি থকা দুই এজন ডেকা হেনো হঠাতে কবি হৈ উঠে আৰু "সকলোৰে মুখে শুনোঁ তাতে বহি বহি গুণো মানুহে সঁচানে ভাল পায়" ইত্যাদি সুৱলা আৰু নতুন কবিতা লেখে। বন্ধুৱে কোৱা এই কেইফাকি কথাই যদি সঁচা হয় তেন্তে আমাৰ লক্ষ্মীকান্ত ডেকা বৰুৱায়ো কীৰ্ত্তন ঘৰত মনোমতীৰ নিচিনা ৰূপহী গাভৰুজনীক দেখি সেই গাভৰুলৈ হা হুমুনিয়াহ কঢ়াটোও একো আচৰিত কথা নহয় আৰু আমাকো সেইবাৰে বেয়া পাবলগীয়া কথা নহয়।

পাছে লক্ষ্মীকান্তই এইদৰে মনতে গুণি ভাবি এদিন দুপৰীয়া তেওঁৰ শোৱা খোটালিত বিছনাত পৰি হা হুমুনিয়াহ কাঢ়ি আছে;

এনেতে মেলচৰাৰ পৰা বাপেকে তেওঁক মাতি পঠালে। তেওঁ লৰালৰিকৈ গৈ মেলচৰাত বাপেকৰ আগত বহিল। বাপেকে সেই সময়ত মেৰধাৰি পাৰি গুৰগুৰি টানি তেওঁৰ ফৈদৰ পাঁচছয়জনমান মানুহৰে সৈতে মেল পাতি আছিল। লক্ষ্মীকান্ত গৈ আগত বহা মাত্ৰকে তেওঁ কলে—“বোপা! তই দেখোন আজি কেইদিন মানৰ পৰা মনটো মাৰি আছ?” লক্ষ্মীকান্ত—“দেউতা! মোৰ গাটো ভাল লগা নাই।” হলকান্ত—“তোৰনো কি হৈছে নকৱ কেলেই?”

লক্ষ্মীকান্ত—“দেউতা! মোৰ তেনে বিশেষ একো হোৱা নাই।”

হলকান্ত—“বাৰু এইবাৰ বৰপেটাৰ কীৰ্ত্তন ঘৰত ফাকুৱাত কিমান মানুহ হৈছিল?”

লক্ষ্মীকান্ত—“দেউতা! এইবাৰো ফাকুৱাত আগৰ দৰেই মানুহ হৈছিল?”

হলকান্ত—গুৱাহাটীৰ ফালৰ কোনোবা মানুহ লগ পাইছিলি নে?”

লক্ষ্মীকান্ত—“সোৱাঁলকুচিৰ ফালৰ কেইবাজোৰা মানুহকো লগ পাইছিলোঁ।”

হলকান্ত—আমাৰ উজনিৰ ফালৰ কিবা বুজ-বতৰা পালিনে?”

লক্ষ্মীকান্ত—“দেউতা! মই শুনিলোঁ মানে হেনো আমাৰ স্বৰ্গদেৱক এইবাৰ যুঁজত ঘটুৱাই উজনিৰ ফালৰ পৰা দেশ নগৰ উপান্ত কৰি আহিব লাগিছে।”

হলকান্ত—“আমাৰ স্বৰ্গদেৱনো কলৈ গ'ল ?”

লক্ষ্মীকান্ত—“আমাৰ স্বৰ্গদেৱ হেনো ভটিয়াই আহি গুৱাহাটীত নকৈ পতা বৰফুকনৰ লগ লাগিছে ; আৰু বৰফুকনে হেনো মানৰ লগত ৰণ দিবলৈ সৈন্য সামন্ত গোটাইছে।”

হলকান্ত—“এৰা মইও সেই কথাকে শুনিছোঁ। কিন্তু কি আচৰিত বৰফুকনে দেখোন মোলৈ একো বুজ-বাতৰি পঠোৱা নাই।”

লক্ষ্মীকান্ত—“বৰফুকনে আমালৈকো মানুহ পঠাব পায়। সেই মানুহ আহি পোৱা নাই হবলা।”

হলকান্ত—“এৰা সেইটোৱেই হব পায়।”

পুতেকে সৈতে এই কথাবতৰা পাতি হলকান্তই তেওঁৰ সমজুৱা কেজনলৈ চাই সুধিলে :—“সমজুৱাসকল। এতিয়ানো আমাৰ কি কৰা যুগুত, সকলো কথাকেই শুনিলা।” সমজুৱা-বিলাকে কলে :—“দেউতা! আমাৰ সৈন্য সামন্ত লৈ এতিয়াৰে পৰা সাজু হোৱা যুগুত।” হলকান্ত—“এৰা মইও তাকে ভাবোঁ ; বাৰু কোৱাচোন তোমালোকে কোনে কিমান ৰণুৱা দিব পাৰিবা।” সমজুৱা সকলৰ দুজনে কলে :—“দেউতা! আমি দুয়ো আমাৰ খেলৰ পৰা আঠশ ৰণুৱা দিব পাৰিম।” সি চাৰিজন সমজুৱাই কলে :—“দেউতা! আমি আমাৰ চাৰিউ খেলৰ পৰা খেলে প্ৰতি আঠ নওশ ৰণুৱা দিব পাৰিম।” হলকান্ত—“তেনেহলে আমাৰ মুঠতে প্ৰায় চাৰি হাজাৰ ৰণুৱা হব। কিন্তু ইমান কম ৰণুৱাৰে সৈতে মানৰ দেড়কুৰি দুকুৰি হাজাৰ ৰণুৱাৰ

লগত আমি কেনেকৈ যুঁজ দিম।” লক্ষ্মীকান্তই কলে ঃ—“দেউতা! আমাৰ আটাইবিলাক বৰুৱা লগ লাগিলে আমি বৰফুকনক দেড়কুৰি তুকুৰি হাজাৰ ৰণুৱা দিব পাৰিম। আৰু দেউতাই আদেশ কৰক মানৰ এই যুঁজলৈ মই যাম।” হলকান্ত—“বাৰু সেই বিষয়ে সময় মতে ঠাৱৰ কৰা যাব।”

এইবিলাক কথাবতৰাৰ পাছত বৰুৱাৰ মেল ভাঙিল। সমজুৱা ছয়জন ঘৰাঘৰি গ’ল। বাপেক পুতেক তুয়ো আকৌ নিজ্ঞ নিজ ঘৰলৈ সোমাল।

# ষষ্ঠ অধ্যায়

## দুই সখী

মনোমতীৰ হাতত যিজনী গাভৰুৱে ধৰিছিল সেই গাভৰুজনীৰ নাম পমীলা। পমীলা মনোমতীতকৈ ছয় সাত বছৰমানে ডাঙৰ। সকুৰে পৰা মনোমতীক তেওঁ নিজৰ ভনীৰ দৰে চেনেহ কৰিছিল। মনোমতীৰে সৈতে তেওঁৰ এক গল এক নল আছিল। আন কি মনোমতীক এৰি তেওঁ অকলৈ ক'তো নাথাকিছিল। মনোমতীক নেদেখিলে তেওঁৰ ক্ষণতেকো সুখ শান্তি নাছিল।

পমীলা আগৰ বৰনগৰৰ এঘৰ কলিতা মানুহৰ জীয়াৰী আছিল। আজি কালিৰ যি "বৰবৰিঝাৰ" আছে সেই খনেই সেই সময়ৰ বৰনগৰ, তাতে পমীলাৰ ঘৰ আছিল। পমীলাৰ সাত বছৰ বয়সৰ সময়ত তেওঁৰ মাক মৰে। তাৰ পিছ বছৰ গাৱঁত মাউৰ লাগি পমীলাৰ বাপেক ভায়েক আটাইবিলাক মৰে। আঠবছৰ বয়সতেই পমীলা এইদৰে মাউৰী হৈ এঘৰ ওচৰৰ মানুহৰ তাত আশ্ৰয় লয়। তেওঁৰ বয়বস্তুবিলাক তেওঁৰ দূৰ সম্পৰ্কৰ ভাগী-বংশবিলাকে খালে। অতি ছোৱালী কালতেই পমীলা এইদৰে বাটৰ ভিখাৰিণী হ'ল।

উদাৰ চৰিত্ৰৰ বৰনগৰীয়া বৰুৱাই মনোমতীক নিচেই সৰুতে চপাই আনি তেওঁক তুলি-তালি ডাঙৰ দীঘল কৰিবলৈ এজনী ছোৱালী বিচাৰে। ভাগ্য গুণে তেওঁ বিচাৰি বিচাৰি পমীলাক পায় আৰু যি ঘৰ মানুহৰ তাত পমীলা আছিল সেই

মানুহঘৰক বঢ়াই বুজাই তেওঁ পমীলাক নিজৰ ঘৰলৈ লৈ আহে আৰু সেই দিনৰে পৰা অৰ্থাৎ পমীলাৰ নওবছৰ মান বয়সৰে পৰা পমীলাক মনোমতীৰ লগৰীয়া কৰি দিয়ে। মনোমতীয়েও সৰুৰে পৰা অৰ্থাৎ দুবছৰ বয়সৰে পৰা পমীলাৰ লগত থাকি লগত খাই তেওঁক নিজৰ বৰবায়েক যেন দেখে আৰু এইদৰেই পমীলা মনোমতী দুইও এক প্ৰাণ হোৱাৰ দৰে হয়। পমীলাৰ যেতিয়া যৌৱন হয়; তেতিয়া মৰমিয়াল চণ্ডী বৰুৱাই পমীলাক নিয়মমতে বিয়া দি উলিয়াই দিবলৈ ইচ্ছা কৰিছিল। পমীলাই সেই কথা শুনি আৰু মনোমতীৰ পৰা আঁতৰ হৈ থাকিব লাগিব বুলি ভাবি কান্দি-কাটি অথিৰ হৈ মনোমতীৰ হতুৱাই চণ্ডী বৰুৱাক নিজৰ মনৰ ভাব কোৱায়। চণ্ডী বৰুৱাইও সেই কথা শুনি পমীলাক আৰু ক'তো তেওঁৰ বিনা সম্মতিত বিয়া দিবলৈ ইচ্ছা নকৰিলে। মনোমতীৰ মৰমত পমীলা ইমান পমি গৈছিল যে তেওঁ আজি একুৰি দুবছৰ বয়সলৈকে নিজৰ বিয়াৰ বিষয়ে ভবাই নাছিল।

পাঠক! আমাৰ মনোমতী নকৈ ফুলিব খোজা এপাহি পদুম আৰু পমীলা ভালকৈ ফুলা এপাহি গোলাপ ফুল। মনোমতীৰ চকুত কি গুণ আছিল আমি কব নোৱাৰোঁ। কিন্তু তাক দেখিলে অনেকে মোহ নগৈ থাকিব নোৱাৰে বুলি আমি ডাঠকৈ কব পাৰোঁ; কিন্তু পমীলাৰ চকু যেন ঈশ্বৰে তেওঁক বিশেষকৈ মানুহ বশ কৰিবৰ নিমিত্তে দিছিল। মনোমতীক দেখিলে এইটো বুজিব পাৰি যে তেওঁ একোকে নজনা এজুপি মাধৈ-মালতী লতা

কিন্তু পমীলা এজোপা যেই সেই বাটৰুৱা মানুহৰ মন মোহিব পৰা গোলাপ ফুল। মনোমতী আজলী—নিচেই কথা কব নজনা; পমীলা ৰাংধালী আৰু চতুৰালি কথা কব পৰা। মনোমতীৰ বুদ্ধি সৰল ৰকমৰ, পমীলাৰ বুদ্ধি অলপ-ধতুৱা পুৰুষক ঠাইতে ঘাটি খুৱাব পৰা। ৰূপতো পমীলা মনোমতীতকৈ বিশেষ হীন নাছিল। মনোমতী বগা, পমীলা তেজগোৰা। মনোমতীতকৈ পমীলা অলপ ওখ। মনোমতীৰ চুলিটাৰতকৈ পমীলাৰ চুলিটাৰ দীঘল। পমীলা মনোমতীতকৈ অলপ শকত। তামোল খাই তেওঁৰ মুখখন সদাই তুকতুকীয়া ৰঙা। বুকুখন ওখ আৰু হাতভৰিবিলাক শকত-আৱত।

মনোমতীৰ হাতত ধৰিয়েই পমীলাই কবলৈ ধৰিলে—"সখি। তুমি এতেখিনি পৰেনো কি কৰিছিলা ?"

মনোমতী—"তুমি ওলাই যোৱাত মোৰ অকলৈ অকলৈ ঘৰৰ ভিতৰত বহি থাকি ভাল নালাগি এই পোনে খিড়িকীৰে মানাহ নৈ খনকে চাই আছিলোঁ।"

পমীলা—"তুমি আমাৰ এই মানাহ নৈৰে এখন নাৱঁত উঠি ভটিয়াই যাবলৈ কেনে ভাল লাগে ইয়াকে ভাবিছিলা হবলা ?"

মনোমতী—"মোৰ পেটত কি কথা ভাবিছিলোঁ তুমিনো তাক কেনেকৈ জানিলা ?"

পমীলা—"জানিবৰ কাৰণ আছে। নাজানানে এক কয় দেখি এক কয় লেখি ?"

মনোমতী—“সখি! তোমাৰ কথায় কথায় পটন্তৰ আছে। তুমিও ভাল দিয়া!”

পমীলা—“তোমাৰ নিচিনা গাভৰুৰ সখী এজনীনো বেয়া হব পাৰেঁানে?”

মনোমতী—“তোমাক আমি আৰু কথাৰে বলে নোৱাৰোঁ?”

পমীলা—“মোকতো নোৱাৰা কিন্তু আন মানুহক পাৰিবা হবলা?”

মনোমতী—“যোৱা। তোমাৰ কথাকে আমি দেও বুজিব নোৱাৰোঁ?”

পমীলা—“আৰু কেইদিন মানৰ মূৰতে বুজিব পাৰিবা। বাৰু সেইবিলাক কথা এতিয়া এৰা যাওক। কোৱাচোন তাৰ পাছত কি কৰিছিলা?”

মনোমতী—“তাৰ পাছত মই এক আধ্যা কীৰ্ত্তন আৰু এক আধ্যা দশম পঢ়িছিলোঁ। বাৰু সখি! তোমাক মই এটা কথা সোধোঁ। চোৱাচোন সেই শিমলুগছত থকা ম’ৰাজনী দেখিবলৈ কেনে ভাল লাগে।”

পমীলা—“মোৰ হলে অকল মাইকী ম’ৰাজনী দেখি বৰ ভাল নালাগে। মাইকীজনীৰ লগত মতাটোকো একেলগে দেখিলেহে ভাল লাগে। কথাতে কয় আকাশত চন্দ্ৰ নেথাকিলে তৰাও নিজিলিকে।”

মনোমতী—“সখি! চোৱাচোন সেই ম’ৰাজনীয়ে কেনেকৈ মাতিছে।”

পমীলা—“এতিয়াই মতা ম’ৰাটো আহি পালে তাইৰ সকলো দুখ যাব।”

মনোমতী—“মাইকী ম’ৰাজনীয়ে অকলৈ থাকি ভালপোৱা নাই চাগৈ। নহয় নে বাৰু?”

পমীলা—“এৰা।”

মনোমতী—“মোৰো সেই দৰে তুমি অকলৈ এৰি গলে মন বৰ বেয়া লাগে।”

পমীলা—“নহয় সখি! তোমাৰ মন দেখোন আজি কেইবা দিনৰে পৰা বেয়া দেখিছোঁ। বাৰু কোৱাচোন ইয়াৰ কাৰণ কি?”

মনোমতী—“মই একো কব নোৱাৰেঁা।”

পমীলা—“নহয় সখি! ইয়াৰ কিবা এটা কাৰণ আছে? তুমি মোৰ আগত নোকোৱা।”

মনোমতী—“মইনো তোমাৰ আগত কি কথা লুকাওঁ?”

পমীলা—“নহয় সখি! তুমি যেনে তেনে কিবা এটা লুকাইছা! মই কিন্তু তত ধৰিব পাৰিছোঁ।”

মনোমতী—“বাৰু তেন্তে তুমিয়েই কোৱাঁ!”

পমীলা—“মই বঢ়িয়াকৈ বুজিছোঁ কীৰ্ত্তন ঘৰত সেই ডেকা-জনক দেখিবৰে পৰা তোমাৰ এনে বিলাই হৈছে। তুমি এতে পৰে কি কৰিছিলা তাক মই ভালকৈ জুমি চাই আছিলোঁ। তোমাৰ মুখত আজিকালি মই আগৰ ৰঙ ধেমালিৰ ভাববিলাক নেদেখোঁ, তোমাক সদায় হা হুমুনিয়াহ কঢ়া শুনো। তোমাৰ মুখত সদাই গুণ্ গুণ্ কৰি লেচাৰী আৰু মহাপুৰুষ গুৰুৰ বৰ-

গীতবিলাক শুনো। প্ৰাণৰ সখি! কোৱাচোন তোমাৰ সেই ডেকাজনলৈ ধাউতি হৈছেনে নাই ( মনোমতীয়ে তলমূৰ কৰে )। সখি! তললৈনো মূৰ কৰিলা কেলেই? তুমি দেখোন কান্দো কান্দো হৈছা। মোৰ কথাত বেজাৰ পালানে কি? যদি বেজাৰ পাইছা কোৱাঁ। মই আৰু তোমাক আজিৰ পৰা এনেবিলাক কথা নকওঁ। মই যাওঁ।"

মনোমতী—( চকু চলচলীয়া কৰি আৰু সখীয়েকক সাবোট মাৰি ধৰি ) "সখি! তুমি নাযাবাঁ। তুমি নহলে মই সকলো শুদা শুদা দেখোঁ।"

পমীলা—( মনোমতীৰ থুতৰিত ধৰি ) "সখি! বুকৰ সখি! নাকান্দিবাঁ। তুমি থিৰ হোৱাঁ। মই থাকোঁতে তোমাৰ কিহৰ দুখ?"

এইদৰে কথা-বতৰা হৈ পমীলাই মনোমতীক ঘৰলৈ লৈ আহিল। সেই নিশা দুয়ো সখীয়েকে খাই বই উঠি একে শয্যাতে গলত ধৰাধৰি কৰি শুই থাকিল।

# সপ্তম অধ্যায়

## জটীয়া (১) বাবাজীৰ মন্ত্ৰণা.

সেই দিনাখন পুতেকে সৈতে কথাবতৰা পাতি উঠি হলকান্ত বৰুৱাই বেলি অলপ লহিওৱাত নিজৰ ঘৰৰ পৰা ওলাই তেওঁৰ হাউলিৰ অলপ আঁতৰত থকা এটি সন্ন্যাসীৰ আখাৰালৈ আহিল; আৰু সন্ন্যাসীজনক সেৱা কৰি তেওঁৰ আগত বহি কথাবতৰা পাতিবলৈ ধৰিলে।

এই সন্ন্যাসীজনৰ কি নাম, কি ধাম, কেৱে কব নোৱাৰিছিল। কথায় বতৰায় সকলোৱে মুঠতে এইটো বুজিব পাৰিছিল যে তেওঁ আগৰ পচিমৰ ফালৰ মানুহ। তেওঁ শিৱপন্থী নাগা। তেওঁৰ মূৰত এটা ডাঙৰ জট। গায়ে গোটে তেওঁ ডাঙৰ দীঘল আৰু হটঙা মানুহ। তেওঁৰ আচল নাম কেৱেই নেজানি সকলোৱে তেওঁক "জটীয়া বাবা" বুলি মাতিছিল।

তেওঁ যেতিয়া পোনে প্ৰথমে বৰপেটালৈ আহিছিল, তেতিয়া তেওঁ মুঠতে ঘটি এটা আৰু চেপেনা এপাতত বাজে আন একো বস্তু অনা নাছিল। তেওঁ আহি পোনেই যুগীৰ পামত এজোপা গছৰ তলত আশ্ৰয় লয়। এদিন দুদিনকৈ এই জটাজুটধাৰী বাবাজীৰ ওচৰলৈ দুই এটাকৈ মানুহ চাপিছিল; আৰু শেষত অনেকে তেওঁক প্ৰকৃত নিস্পৃহ আৰু স্বাৰ্থশূন্য সাধু যেন বুজি শ্ৰদ্ধা ভক্তিও কৰিছিল।

হলকান্ত বৰুৱাৰ গাত আন আন দোষ থাকিলেও তেওঁৰ সাধু সন্ন্যাসীক শ্ৰদ্ধা আৰু ভক্তি কৰা এফেৰি গুণ আছিল। তেওঁ যেতিয়া আন আন মানুহৰ মুখে শুনিলে যে তেওঁৰ হাউলীৰ ওচৰতে এজন প্ৰকৃত সাধু সন্ন্যাসী আহি আছে, তেতিয়া তেওঁ এদিন সন্ন্যাসীৰ ওচৰলৈ গৈ গলবস্ত্ৰ হৈ বাবাজীক সেৱা-সংকাৰ কৰি শ্ৰদ্ধা-ভক্তি কৰিলে আৰু তেওঁক আন কলৈকো যাবলৈ নিদি সেই ঠাইতে তেওঁৰ মানুহৰ হতুৱাই এটা আখাৰা পাতি দিলে আৰু সেই খিনিতে এটি শিৱলিঙ্গ থাপন কৰি এটা পূজা-ঘৰো বান্ধি দিলে। তেওঁৰ শ্ৰদ্ধা আৰু ভক্তিত সন্তুষ্ট হৈ জটীয়া বাবাও তাতে থাকিল। সেই দিনৰে পৰা যুগীৰ পামৰ সেই গছৰ তল ডোখৰেই জটীয়া বাবাৰ আখাৰা হ'ল।

হলকান্ত বৰুৱাই এই আখাৰালৈকে আজি আহি সন্ন্যাসীৰ আগত বহিল আৰু সেৱা কৰি উঠি কলে—"বাবাজী! দাসৰ এটা কথা নিবেদন কৰিবলগীয়া আছে।"

সন্ন্যাসী—"বাবা কি কথা ক'।"

হলকান্ত—"বাবা! মই শুনিলোঁ বোলে আমাৰ এই অসম দেশৰ দিন বেয়া পৰিছে।"

সন্ন্যাসী—"বাবা! মোৰো তেনে এটা অনুমান হৈছে। তইনো কি শুনিছ ক'চোন।"

হলকান্ত—"মই শুনিলোঁ বোলে অলেখ মান আমাৰ এই ফাললৈ ভটিয়াই আহিব লাগিছে। সিহঁতে হেনো এফালৰ পৰা আমাৰ দেশ নগৰ উপান্ত কৰি আহিব লাগিছে।"

সন্ন্যাসী—“তহঁতৰ অসম ৰজাইনো কি কৰিছে ?”

হলকান্ত—“ৰজাই হেনো উজনিৰ ৰঙ্গপুৰতে মানে সৈতে এটা ৰণ দিছিল। সেই ৰণত হেনো তেওঁ সম্পূর্ণৰূপে হাৰি পলাই ভটিয়াই আহি গুৱাহাটীৰ বৰফুকনৰ লগ লাগিছে।”

সন্ন্যাসী—“বৰফুকনেনো কি কৰিছে ?”

হলকান্ত—“বাবা ! শুনিছোঁ তেওঁ হেনো মানৰ লগত ৰণ দিবলৈ ওলাইছে। আৰু চাৰিউফালৰ পৰা সৈন্য সামন্ত গোটাব লাগিছে।”

সন্ন্যাসী—“তোলৈ আৰু বৰনগৰীয়া বৰুৱালৈ কিবা সম্বাদ আহিছেনে ?”

হলকান্ত—“বাবা ! মোলৈ একো সম্বাদ অহা নাই। বৰ-নগৰীয়া বৰুৱালৈ আহিছেনে নাই কব নোৱাৰোঁ।”

সন্ন্যাসী—“তইনো এতিয়া কি কৰিব খুজিছ ?”

হলকান্ত—“মই চাৰিহেজাৰ ৰণুৱা গোটাই দুহেজাৰ ইয়াতে আমাৰ গাওঁখন ৰক্ষা কৰিবলৈ থৈ বাকী দুহেজাৰ লৈ আগবাঢ়ি যাব খোজোঁ।

সন্ন্যাসী—“সেইটো ভাল কথা। কিন্তু মানৰনো কিমান সৈন্য আহিছে বুলি শুনিছ ?”

হলকান্ত—“বাবা ! মই শুনিছোঁ মানৰ হেনো আঠাৰটা ফুকনে সৈতে দেড়কুৰি দুকুৰি হেজাৰ সৈন্য আহিছে।”

সন্ন্যাসী—“তইনো এই ফালৰ পৰা মুঠেই দুহেজাৰ সৈন্য

লৈ গৈ বৰফুকনক কি সহায় কৰিব খুজিছ ? তহঁতৰ কামৰূপতনো কেই ঘৰ বৰুৱা আছে ?”

হলকান্ত—“আজি কালি আমি পাঁচ-ছ-ঘৰমান বৰুৱা আছোঁ।”

সন্ন্যাসী—“তহঁতৰ প্ৰতি ঘৰে দহবাৰ হেজাৰ ৰণুৱা নিব পাৰিলে ভাল।”

হলকান্ত—“মোৰ সিমান ৰণুৱা নাই।”

সন্ন্যাসী—“বাৰু বৰনগৰীয়া বৰুৱাৰনো কিমান ৰণুৱা আছে। তেওঁনো কি কৰিছে ?”

হলকান্ত—“মই ভালকৈ সেই ঢেকেৰিৰ কিমান ৰণুৱা আছে কব নোৱাৰোঁ আৰু সেই ঢেকেৰিয়েই বা কি কৰিছে তাকো কব নোৱাৰোঁ।”

সন্ন্যাসী—“মানুহৰ মুখেনো কি শুনিছ ?”

হলকান্ত—“মানুহে কয় বোলে সেই ঢেকেৰিৰ বাৰ তেৰ হেজাৰ কোঁচ সৈন্য আছে। সেই ঢেকেৰিয়ে এইবিলাক কথাৰ একো গমকে পোৱা নাই। ফিতাহি মাৰি বহি আছে।”

সন্ন্যাসী—“যদি মানে সৈতে দৰাচলতে যুঁজ দিব খুজিছ তেন্তে তই বৰনগৰীয়া বৰুৱাকো এইবিলাক সম্বাদ দি লগ লগাই লৈ যা। যদি তহঁত দুইও লগ লাগ তেন্তে তহঁতৰ পোন্ধৰ, যোল্ল হেজাৰ ৰণুৱা হব। গুৱাহাটীৰ বৰফুকনে তহঁত গৈ নোপাওঁতেই যদি মানৰ যুঁজত হাৰে তেন্তে

তেতিয়া হলেও তইঁত তুইও লগ লাগি আন একো কৰিব নোৱাৰিলেও আমাৰ এই ঠাই তুডোখৰ মানৰ পৰা ৰক্ষা কৰিব পাৰিবি।"

হলকান্ত—"বাবা! সংসাৰত সকলো কামকে কৰিব পাৰিম কিন্তু মোৰ পিতৃবৈৰী ঢেকেৰিৰ ঘৰে সৈতে লগ লাগিব নোৱাৰিম। এই জীউটো গলেও চণ্ডী বৰুৱাক মই আগধৰি মাতিব নোৱাৰিম। সি ঢেকেৰিয়ে যদি মোক আগেয়ে মাতে আৰু মোত নম্ৰ হয় তেন্তে এবাৰলৈ পূৰ্ব্ব শত্ৰুতা পাহৰিলেও পাহৰিব পাৰিম। কিন্তু এনেকুৱা নহলে মই কেতিয়াও ঢেকেৰিক আশৈ দিব নোৱাৰিম।"

সন্ন্যাসী—"বাবা! তোৰ এইটো ভুল হৈছে। এনেকুৱা বিপদৰ কালতো তইঁত তুঘৰ ডাঙৰ মানুহে এইদৰে মনোবাদ কৰি থাকিলে তইঁতৰ দেশ ৰক্ষা নপৰিব। মোৰ কথা যদি শুন তেন্তে তই এই বিপদৰ সময়ত চণ্ডী বৰুৱাৰ লগ ল।"

হলকান্ত—"প্ৰভু! দাসক ক্ষমা কৰিব। সকলো কামকে কৰিব পাৰিম ঢেকেৰিক মাতিব নোৱাৰিম।"

সন্ন্যাসী—"মই বুজিলোঁ তইঁতৰ দেশতো ঘোৰ কলি উপস্থিত হ'ল। মই আগেয়ে ভাবিছিলোঁ যে আমাৰ পচিমতহে এনে ডাঙৰ ডাঙৰ ৰাণায়-ৰাণায়, ৰাওৱে-ৰাওৱে, ৰজাই-ৰজাই, বীৰে-বীৰে মনোবাদ আছে। কিন্তু এতিয়া বুজিলোঁ তইঁতৰ এই দেশতো এনেকুৱাবিলাক মনোবাদ আছে। বাৰু তোৰ যি ইচ্ছা তাকে কৰগৈ। মই বুজিছোঁ তইঁতৰ নাশন কাল উপস্থিত

হৈছে। যদি মই সন্ন্যাসীৰ কথা শুন তেন্তে এতিয়াও তই বৰ-নগৰীয়া বৰুৱাৰ লগ ল।”

হলকান্ত—“প্ৰভু! দাসক ক্ষমা কৰিব। সকলোকে কৰিব পাৰিম। ঢেকেৰিক মাতিব নোৱাৰিম।”

সন্ন্যাসী—“তেন্তে তোৰ যি ইচ্ছা তাকে কৰ। ঈশ্বৰৰ ইচ্ছা পূৰ্ণ হওক। যুগধৰ্ম্মৰ বলে যেতিয়া যি হব লাগে হওক। বৈ অহা ব্ৰহ্মপুত্ৰৰ সোঁতটো মই নিচলা ফকিৰে ভেটা দি ৰাখিব খুজিলেনো পাৰিম কেনেকৈ? বাবা! আৰু কিবা কথা আছেনে? নাই যদি যা। মোৰ আৰতিৰ সময় হ’ল।”

হলকান্ত—“বাবা! মোৰ এটা কথা আছে। যুঁজলৈ যোৱা দিন এটা চাই দিয়ক।”

সন্ন্যাসী—“মোৰ দিনবাৰ চাবৰ সকাম নাই। সেইবিলাক দৈবজ্ঞসকলৰ কাম। এটা ভাল দৈবজ্ঞ মতাই নি দিনবাৰ চোৱাই যি ইচ্ছা তাকে কৰগৈ।”

হলকান্ত—“নহয় বাবা! মই সেই ফাকিদিয়া খুজিখোৱা গণকহঁতৰ কথা মানিব নোৱাৰোঁ। আপুনিয়েই চাই দিয়ক।

সন্ন্যাসী—“সৎকৰ্ম্মৰ নিমিত্তে বিলম্ব ভাল নহয়। কিয়, কালি ৰাতিপুৱাই যা গৈ।”

হলকান্ত—“নহয়। মোক এটা দিন চাই দিয়ক।”

সন্ন্যাসী—(খঙেৰে) “দেখ বাবা! তই মোক বাৰেবাৰে বিৰক্ত কৰিবলৈ ধৰিলি। মোৰ আৰতিৰ সময় হৈছে। মই

যি দিন চাই দিম তাৰ যদি এফেৰাও অগা-পিচুৰা কৰ তেন্তে তোৰ অমঙ্গল ঘটিব।"

হলকান্ত—"প্ৰভু! সাধ্যমতে নিয়ম পালন কৰিম।"

সন্ন্যাসী—"বাৰু বহ তেন্তে।"

হলকান্ত—"ভাল প্ৰভু।"

সন্ন্যাসীয়ে তেতিয়া তেওঁৰ চেপেনাপাত আনি সেই চেপেনাৰে মাটিত ঘূৰণীয়া, ত্ৰিকুণীয়া ইত্যাদি বিধৰ কেতখিনি আঁক দিলে। তাৰ পাছত নিজৰ মনতে অলপ গুণাভবা কৰিলে। তাৰ পাছত "শিবোহং শিবোহং শিবোহং" কৰি তিনিবাৰ নাম উচ্চাৰণ কৰি কলে—"চৈথা দিনা বুধবাৰে পঞ্চমী তিথিত, ৰাতিপুৱা বেলা সাতদণ্ড আঢ়ৈ পলত মোৰ নাম উচ্চাৰণ কৰি যাত্ৰা কৰিবি। দেখিবি যেন ইয়াৰ ইফাল সিফাল নকৰ। তই এতিয়া যা। তোক মই আৰু এটা কথা কওঁ। কালি প্ৰত্যুযতে মই এই আখাৰা এৰি পচিমলৈ তীৰ্থ কৰিবলৈ যাম। তোক আশীৰ্ব্বাদ কৰিলোঁ ঈশ্বৰে তোৰ ভাল কৰক। মোক ইমান দিন সেৱা সংকাৰ কৰিলি। মই তোক কি দিম। মই সন্ন্যাসী ফকিৰ মানুহ। আশীৰ্ব্বাদ কৰিলোঁ ঈশ্বৰে তোক সমস্ত বিপদৰ পৰা উদ্ধাৰ কৰিব।"

সন্ন্যাসীৰ এই কথাত হলকান্ত বৰুৱাই চকুৰ পানী টুকি টুকি ভৰিত সাবোট মাৰি ধৰি কবলৈ ধৰিলে:—"প্ৰভু! মোকনো এনে সময়ত এৰি যায় নে?"

সন্ন্যাসী—"বাবা! মই থাকিয়েই বা কি কৰিম। মই

সন্ন্যাসী ফকিৰ মানুহ যুঁজ কৰিব নেজানো। অস্ত্র ধৰিব নোৱাৰোঁ। মুখৰ আশীৰ্ব্বাদত বাজে খুজিখোৱা ফকিৰৰ কি আছে? আৰু আমাৰ সন্ন্যাসী ফকিৰক যুদ্ধ-বিগ্ৰহ, গিৰস্থালি ইত্যাদিয়েই বা কেলেই লাগিছে? বাবা! বেজাৰ নকৰিবি। মই যাম আৰু নেথাকোঁ। কিন্তু তোৰ যদি মোত ভক্তি থাকে তেন্তে সময়মতে তোক আকৌ দেখা দিম। এতিয়া তই তোৰ প্ৰাক্তন মতে, সংস্কাৰ মতে যি কৰিবলগীয়া আছে কৰ। তোৰ বাসনাক পৰিতৃপ্ত কৰ।”

এই কেই আষাৰ কথা কৈ সন্ন্যাসী উঠিল। মন্দিৰত সোমাই ঘণ্টা বাদ্য কৰি পূজাত বহিল। হলকান্ত বৰুৱাই দুখ মনেৰে নিজৰ—হাউলিলৈ বাট ললে।

# অষ্টম অধ্যায়

## পমীলা

সেই নিশা সখীয়েকে সৈতে কথা বতৰা পাতি তাৰ পাছদিনা দুপৰীয়া পমীলাই ভাত-পানী খাই বই উঠি মনোমতীৰ মূৰ-শিতানত থকা চালপিৰাখনৰ জপা এটা মেলিলে আৰু এযোৰ ভাল নিকা মুগাৰ ৰিহামেখেলা উলিয়ালে। এখন ফুলাম কাপোৰ উলিয়ালে আৰু সেইবিলাক উলিয়াই থৈ মনোমতীক কলে—"সখি! চাওঁ তোমাৰ দাপণখন আৰু সেন্দুৰৰ টেমাটো দিয়াচোন।"

মনোমতী—"সখি! আজিনো তোমাৰ ইমান সাজ পাৰ কেলেই?"

পমীলা—"মোৰ দেখোন আজি ভালকৈ কানি কাপোৰ পিন্ধিবলৈ মন গৈছে।" আজলী মনোমতীয়ে পমীলাৰ কথাৰ অৰ্থ ধৰিব নোৱাৰি তেওঁৰ কাকৈ, ফণি, দাপণ এই এটাইবিলাককে দিলে। পমীলাই তেতিয়া দাপণত চাই চাই ভালকৈ মূৰটো মেলালে। তাৰ পাছত কাপোৰ যোৰ পিন্ধিলে; তাৰ পাছত ভালকৈ চূণ দি তামোল এখন খাই ওঠ দুটা ৰঙা কৰিলে। কপালত এটা সেন্দুৰৰ ফোট ললে। এই দৰে সাজি কাচি উঠি পমীলা মনোমতীৰ কাষত বহিলগৈ আৰু তেওঁক কবলৈ ধৰিলে—"সখি! মই আজি কেলেই এনেকৈ সাজি কাচি ওলাইছোঁ কব পাৰা?" মনোমতী—"জানো, কব নোৱাৰোঁ।

তোমাৰ মহিমাই বুজা টান।” পমীলা—“বাৰু তেন্তে মই কওঁ শুনা।” এই কথাকৈ পমীলাই ফুচ্ ফুচ্ কৰি মনোমতীৰ কাণৰ কাষত কিবাকিবি কেতখিনি কবলৈ ধৰিলে। মনোমতীয়ে পমীলাৰ কথাত এবাৰ মিচিককৈ হাঁহি এটা মাৰিলে; তাৰ পাছত ফুটাই বেজাৰ মনেৰে কলে—“যোৱা। সখি!” পমীলাই ইয়াৰ পাছতে মনোমতীৰ পৰা বিদায় ললে। এনেতে কিবা এটা কথা মনত পৰি পমীলাই মনোমতীক কলে—“সখি! মই আজি ৰাতিপুৱা বেলি চাই দাঁড়ৰ ভিতৰতে শুনিলোঁ মান হেনো ভটিয়াই আহিব লাগিছে। আৰু হলকান্ত বৰুৱাৰ হেনো আমাৰ দেউতালৈ শত্ৰুভাৱ যোৱা নাই। আমাৰ দেউতাৰ নাম শুনিলে হেনো “ঢেকেৰি” বুলি মাটিতে তিনি কিল মাৰে। এনেস্থলত তেওঁৰ পুতেক ডেকা বৰুৱাইও যে আমাৰ পৰিয়ালক বেয়া নাপাব ইয়াৰ একো কাৰণ নাই।” মনোমতীয়ে পমীলাৰ এই কথাত তললৈ মূৰ কৰিলে। এনেতে পমীলাই আকৌ হাঁহি হাঁহি কবলৈ ধৰিলে—“বাৰু সখি! তুমি চিন্তা নকৰিবা। ডেকা বৰুৱাৰ বাপেকে সৈতে আমাৰ দেউতাৰ বেয়া ভাব থাকিলেই যে ডেকা বৰুৱাৰো ভাব আমালৈ বেয়া হব সেইটো হব নেপায়। বাৰু কুমাৰৰনো আমাৰ ঊষা সখীলৈ কি ভাব এইটোকে বুজিব লাগে। আৰু আমাৰ তাত শান্তিৰাম আতৈনো কিমান পানীৰ মাছ তাকো চাব লাগে। তেওঁনো লৰা ফুচুলিওৱাত কিমান পকা সিউটো বুজি লব লাগে। চাওঁচোন কুমাৰনো ঊষা সখীৰ ৰূপ-গুণ শুনি ভোল যায়নে নেযায়।”

মনোমতী—"সখি! কাবৌটি কৰিছোঁ তুমি মোৰ কথা কাৰো আগত নুলিয়াবা।"

পমীলা—"ভাল! তোমাৰ কথা নকওঁ। কেৱল মোৰ উষা সখীৰহে বতৰা দি পঠাম। সখি! তেন্তে মই আহিলোঁ তুমি চিন্তা নকৰিবা। মই এটা নাম গাওঁ শুনা—

"পাটিতে বহিয়ে উষা মূৰ্চ্ছা গলে সখীতে শোধে যুগুতি নাকান্দা সখিহে! চিত্ৰলেখী বোলে আনি দিম গোবিন্দৰ নাতি।"

পমীলাই এই নাম গাই উঠি ঘৰৰ ভিতৰৰ পৰা ওলাল; আৰু এখোজ দুখোজ কৰি বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ভিতৰত থকা শান্তিৰাম নামেৰে এজন কেৱলীয়া ভকতৰ ঘৰলৈ বাট ললে।

# নৱম অধ্যায়

## হলকান্ত বৰুৱাৰ যুদ্ধযাত্ৰা

সেইদিনা সন্ন্যাসীয়ে সৈতে কথা বতৰা হৈ যোৱাৰ ছুদিনৰ পিছত হলকান্ত বৰুৱাই ছুপৰীয়া খাই বৈ উঠি তেওঁৰ মাৰল ঘৰতে খাট এখনত পাটি পাৰি বহি আছিল আৰু মনে মনে অলপ কিবাকিবি গুণাভবা কৰিছিল। কিছুমান সময় এইদৰে গুণিভাবি থাকি তেওঁ ঘৈণীয়েকক মাতিলে—“বপাৰ মাক আছানে ? এই ফালে এবাৰ আহাঁচোন।” হলকান্ত বৰুৱাৰ এই কথাত তেওঁৰ ঘৈণীয়েক বিচিত্ৰী তামোলৰ বটাটো লৈ ওলাই আহিল আৰু হেঙুলীয়া ম’ৰাপীৰা এখনৰ ওপৰত বহি তামোল কাটিবলৈ ধৰিলে। হলকান্ত বৰুৱাই কলে—“বপাৰ মাক ! মই কাইলৈ ছুহেজাৰ ৰণুৱা লৈ গুৱাহাটীলৈ যাম।” ঘৈণীয়েকে কলে—“দেউতা ! আপুনি মানৰ যুঁজলৈ নগলে নহয়নে ? সৈন্য সামন্ত দি এজন মুখিয়াল মানুহক পঠাই দিলেও হয় দেখোন। আপুনিনো নিজে যাব লাগিছে কেলেই ?”

হলকান্ত—“নহয় বপাৰ মাক ! তুমি নুবুজা। মই এই যুঁজত পিছ পৰি থাকিলে মানুহে মোক ভয়াতুৰ আৰু কাপুৰুষ বুলিব। এই ৰণত মই নিজে যাব লাগিব।”

বিচিত্ৰী—(হলকান্ত বৰুৱাৰ ঘৈণীয়েকৰ নাম বিচিত্ৰী বুলি

আগেয়ে কোৱা হৈছে) "দেউতা! যদি নগলেই নহয় তেন্তে যৱনগৰৰ চণ্ডী বৰুৱাকো লগ লগাই সৰহ সৈন্য সামন্তেৰে যাওক।"

হলকান্ত—"বপাৰ মাক। তুমি মোক সেই কথা নকবা। মই সেই ঢেকেৰিৰ সহায় নিবিচাৰোঁ। এনেয়ে সি ঢেকেৰিয়ে সদায় ওফন্দি গঙ্গাটোপটো যেন হৈ থাকে। এতিয়া মই তাৰ লগ বিচাৰিলে সি মোক দুৰ্ব্বল বুলি ভাবিব। বিশেষ সি মোৰ পিতৃকলীয়া শত্ৰু।"

বিচিত্ৰী—"দেউতা! এনে আপদৰ সময়ত পুৰণি শত্ৰু হলেও লগ লব লাগে। আপুনি মই বেটীৰ কথা শুনক। যেনে তেনে আপুনি চণ্ডী বৰুৱাৰ তালৈ মানুহ পঠাওক। তেওঁৰ ফৈদ আৰু আমাৰ ফৈদ লাগিলে আমাৰ বল বাঢ়িব।"

হলকান্ত—"তুমি মোক আৰু এই কথা শুনাই নকবা। আকাশত পূবৰ সূৰযটো যদি পচিমফালে উঠে তেও মই ঢেকেৰিক মোৰ পিতৃবৈৰীক নামাতোঁ। লক্ষ্মী বপা কলৈ গ'ল?"

বিচিত্ৰী—"সি শুই আছে হবলা?"

হলকান্ত—"তাক মাতাচোন।"

হলকান্তৰ এই কথাত ঘৈণীয়েকে পুতেকক মাতিবলৈ ধৰিলে —"হেৰ বপা! দেউতাৰে মাতিছে ওলাই আহচোন।" মাকে এইদৰে মতাত লক্ষ্মীকান্ত ওলাই আহিল আৰু থোচ্‌মোচ্ কৰি বাপেকৰ আগত আহি মাটিত বহিল। হলকান্তই কলে— "বপা! কাইলৈ শুক্লা পঞ্চমী তিথি। মই যেনে তেনে দুহেজাৰ ৰণুৱা লৈ যাম। তই দুহেজাৰ ৰণুৱা লৈ ইয়াতে তিনি দিন

অপেক্ষা কৰিবি। মোৰ মনে এনে লাগিছে যে মই বৰফুকনক গৈ কিজানি লগ নেপাম। মান ভটিয়াই আহিব লাগিছে। যদি মান ভটিয়াই অহা বুলি বাটতে শুনো তেন্তে পৰা পক্ষত মইও উলটি আহিম। মই উলটি আহি নোপোৱালৈকে তই মানুহ দুনুহ লৈ বৰ সাৱধানে থাকিবি। তিনিদিনৰ ভিতৰত যদি আৰু বিশেষ বাতৰি একো নেপাৱ তেন্তে তইয়ো গাঁৱত মুঠতে পাঁচশমান ভাল সাহিয়াল বণুৱা থৈ বাকি পোন্ধৰশ বণুৱা লৈ চেঙ্গাৰ বাটেৰে যাবি। যদি এই তিনি দিনৰ ভিতৰতে মান এইখিনি আহি পোৱা বুলি শুন, তেন্তে তই মাৰকে ভনীয়েৰকে লৈ গোৱালপাৰাৰ কোম্পানিৰ ৰাজ্যত সোমাবিগৈ। মোলৈ তইঁতে চিন্তা নকৰিবি।" হলকান্ত বৰুৱাৰ এই কথাত তেওঁৰ ঘৈণীয়েকে কলে—"দেউতা আপোনাক এৰিনো আমি কেনেকৈ যাম ?"

হলকান্ত—"বপাৰ মাক! মোলৈ তোমালোকে মুঠেই চিন্তা নকৰিবা। মই যেনেতেনে ভালে কুশলে তোমালোকক কোম্পানিৰ ৰাজ্যত লগ লমগৈ!"

লক্ষ্মীকান্ত—"দেউতা! আপুনিয়েই আইকে আৰু ভনীজনীকে ৰাখি ইয়াতে থাকক। মই মানৰ যুঁজলৈ যাওঁ।"

হলকান্ত—"বপা! তোক মই অকলৈ মানৰ যুঁজলৈ যাব দিব নোৱাৰোঁ। তই ইয়াত থাকিব লাগিব। মান অহা বুজি পালে চাবি যেন লৰালৰিকৈ নাও এখনত মাৰকে ভনীয়েৰকে লৈ কোম্পানিৰ ৰাজ্য পাৱ এইটো মনত ৰাখিবি।"

লক্ষ্মীকান্ত—"দেউতা। তেন্তে মই এতিয়াই ইফালে আইকে আৰু ভনীজনীকে কোম্পানিৰ ৰাজ্যত থৈ আহোঁ গৈ।"

হলকান্ত—"বপা! মাৰকে ভনীয়েৰকে তাত এতিয়াই অকলৈ কেনেকৈ এৰিবি। আগেয়ে বৰফুকনৰনো কি হ'ল, মাননো যুঁজত জিকিলেই নে হাৰিলেই এইটো চাব লাগে। লৰা-লৰিকৈ সকলো বয়বস্তু এৰি গলে এইখন ঘৰ বেয়া নহবনে? সেই দেখি অলপ দুদিন চাই চিন্তি গলেও হব।"

লক্ষ্মীকান্ত—"ভাল তেন্তে।"

সেইদিনা এইদৰে বুধি পৰামৰ্শ কৰি তাৰ পিছ দিনা হলকান্ত বৰুৱাই খাই বৈ উঠি সন্ন্যাসীয়ে কোৱামতে ক্ষণ পল চাই ৰণুৱা দুহেজাৰ লৈ ওলাল। যাবৰ পৰত জীয়েক ঘৈণীয়েকে বৰকৈ কন্দা-কটা কৰিলে। হলকান্তই তেওঁবিলাকক প্ৰবোধ দি মানৰ যুঁজলৈ গ'ল।

# দশম অধ্যায়

## শান্তিৰাম ভকত

বৰনগৰীয়া চণ্ডীবৰুৱাৰ হাউলিৰ ভিতৰত শান্তিৰাম নামে এজন কেৰলীয়া ভকত আছিল। মানুহজনৰ বয়স দেড়কুৰি বছৰমান হৈছিল। তেওঁ বৰণত তেজগোৰা। তেওঁৰ মুখখন চকলা, মূৰত পাহৰখা চুলি। মানুহজন বৰ ওখও নহয়, বৰ চাপৰো নহয়। হাতভৰিবিলাক শকত-আৱত। গাটো নোঁদোকা—সাইলাখ লেন গুৰি কঠালটোহে।

শান্তিৰাম ভকত বৰনগৰৰ মানুহ নাছিল। তেওঁ কৰ মানুহ, আগেয়ে তেওঁ ক'ত আছিল এই বিলাক কথা কেৱে নেজানিছিল। তেওঁৰ কথা বতৰাৰ পৰা সকলোৱে মুঠতে এইটো থিৰ কৰিছিল যে তেওঁ কামৰূপৰ মানুহ নাছিল। তেওঁ উজনিৰ ফালৰ মানুহ।

চণ্ডী বৰুৱাৰ হাউলিলৈ অহাৰ আগেয়ে তেওঁ বৰপেটাৰ থানত দুবছৰমান আছিল। তেওঁ দিনে ৰাতিয়ে থানত পৰি আছিল; মাজে সময়ে তেওঁ তেওঁৰ খঞ্জুৰিটো আৰু ওপৰত পিতলখুউৱা লাখুটিডাল লৈ ইফালে সিফালে খুজি মাগি ফুৰিছিল। শান্তিৰাম ভকতৰ মাতটো কোমল আৰু আঁহ নোহোৱা; সেইদেখি তেওঁ যলৈকে গৈ খঞ্জুৰি বজাই গীত গাইছিল ততে তেওঁ মানুহৰ আদৰ পাইছিল।

এবাৰ তেওঁ সেইবাৰৰ ফাকুৱাৰ আগখিনিতে বৰনগৰীয়া চণ্ডী বৰুৱাৰ নাম শুনি খঞ্জুৰি বজাই মাগিবলৈ আহিছিল। তেওঁ চণ্ডী

বৰুৱাৰ আগত বহি খঞ্জুৰি বজাই ৺কৃষ্ণৰ লীলামালা গালে। চণ্ডী বৰুৱাই তেওঁৰ গীতত মোহিত হৈ তেওঁক আৰু আন কলৈকো যাবলৈ নিদি নিজৰ হাউলিৰ ভিতৰতে এযোৰ ঘৰ সজাই দি ৰাখি থলে। শান্তিৰাম ভকতো সেই দিনাৰে পৰা বৰুৱাৰ হাউলিতে থাকিল। বৰুৱাই তেওঁক সদাই সিধা, কানি-কাপোৰ দি মৰম কৰিবলৈ ধৰিলে; তেওঁ পুৱা-গধূলি বৰুৱাক কীৰ্ত্তন, বৰগীত ইত্যাদিৰ পদবিলাক গাই শুনাই সুখেৰে দিন নিয়ালে।

শান্তিৰাম ভকতৰ সকলোবোৰ গুণ; কেৱল এটা দোষ। তেওঁ কোনো মানুহকে তেওঁৰ আচল চিনাকি নিদিছিল। আন মানুহে তেওঁ ক'ৰ, ক'ত উপজিছিল এইবিলাকৰ কথা সুধিলে তেওঁ সেইবোৰৰ একো উত্তৰ নিদি আন কথা উলিয়াই পহৰাইছিল। কেৱলীয়া হলেও তেওঁৰ মুখত সদায় হাঁহি আৰু প্ৰফুল্লতাৰ ভাব আছিল। তেওঁ সকলোৰে সৈতে নিৰ্দ্দোষ অথচ ধেমেলীয়া কথা কব জানিছিল। তিৰীজাতিক তেওঁ বৰ শ্ৰদ্ধা ভক্তি কৰিছিল। আন কি তেওঁৰ সমান বয়সীয়া কোনো মানুহে আনৰ ঘৰৰ জীয়ৰী বা বোৱাৰীৰ বেয়া কথা কোৱা শুনিলে তেওঁ সেই মানুহৰ ওপৰত বিৰক্ত হৈছিল। লগৰীয়া ডেকাবিলাকে তেওঁক "আতৈ! আপোনাক এজনী ছোৱালী বিয়া কৰাই দিওঁ দিয়ক" এইদৰে কথা কলে তেওঁ অলপ হাঁহি উত্তৰ দিছিল—"কেলেই লাগিছে? আমি অকলৈ আহিছোঁ অকলৈ যাম।" কিন্তু তেওঁৰ এই এটাইবিলাক স্বভাৱৰ ভিতৰেদি যেয়েই তেওঁৰ হৃদয়ৰ প্ৰকৃত ভাব কি বুজি চাবলৈ মন কৰিছিল সেয়েই এইটো ধৰিব পাৰিছিল যে

তেওঁৰ বাহিৰৰ সকলো ৰঙ-ধেমালিৰ ভিতৰতো তেওঁৰ হৃদয়খনক কিবা এটা পোকে খুলি খুলি খাইছিল। সেই পোক কি আৰু তেওঁৰ হৃদয়ত কেনেকৈ সোমাল ইয়াৰ সবিশেষ আমি এতিয়ালৈকে নেজানিলোঁ। সি যি হওক পিছেও এবাৰ চেষ্টা কৰি চোৱা যাব।

পমীলাই সখীয়েকৰ পৰা বিদায় লৈ যি সময়ত শান্তিৰাম ভকতৰ ওচৰলৈ আহিছিল, সেই সময়ত আমাৰ শান্তিৰাম আতৈয়ে গা ধুবৰ অভিপ্ৰায়ে গাত তেল ঘঁহিবলৈ ধৰিছিল। এনেতে পমীলা গৈ পালে। পমীলাক দেখি শান্তিৰামে কলে—"আজি আমাৰ আইদেউৰ সখীয়েকৰনো কোন ফালে অহা হ'ল?" পমীলা—"আতৈ! আপোনাৰ গুৰিলৈকে অহা হৈছে।" শান্তিৰাম—"সকাম বা কি?" পমীলা—"বাৰু কম। আপুনি গা ধুই আহকগৈ।" শান্তিৰাম—"বাৰু তেন্তে তুমি অলপ পৰ ইয়াতে বহা। মই গাটো তিয়াই আহোঁ।" পমীলা—"ভাল বাৰু।" শান্তিৰামে তেতিয়া হাতত কলহ এটা লৈ নদীলৈ গা ধুবলৈ গ'ল। নদীত নামি ঘঁহি পিহি গাটো ধুলে আৰু হাতত একলহ পানী লৈ আকৌ ঘৰলৈ আহিল। তেওঁ আহি পাওঁতেই পমীলাই কলে—"আতৈ! আজি দেখোন গাটো ধোৱাত বৰ সোনকাল হ'ল। চুলি নিতিতিলেই হবলা।" শান্তিৰামে ঘৰৰ ভিতৰত সোমাই কাপোৰ সলাই উত্তৰ কৰিলে—"এৰা নিতিওৱাই বুলিব পাৰা। তোমাক ইয়াত অকলৈ এৰি থৈ দিনৰ দিনটো গা ধুই থাকিবলৈ আকৌ ভাল নেলাগে নহয়।" পমীলা—"আতৈ! তেওঁ তিনি দাঁড়ৰ কম নহল যেন পাওঁ।"

শান্তিৰাম—"মোৰ অহাত পলম হৈছে যদি ক্ষমা কৰিবা।"

পমীলা—"আতৈ ! আমি তিৰীজাতি। ক্ষমা কাক বোলে নাজানো। বাৰু এতিয়া আপুনি আপোনাৰ গুৰু-সেৱা ফেৰি কৰি উঠক।" শান্তিৰাম—"তোমাৰ কি কথা আগেয়ে কোৱাঁ, তোমাৰ কথাটি শুনি লৈ এফলীয়া হৈ গুৰু-সেৱাত বহিব খোজোঁ। পমীলা—"আতৈ ! মোৰ কথা ভালেমান। মোৰ কথা শুনি থাকিলে আপোনাৰ আজি গুৰুসেৱা কৰা নহব।" শান্তিৰাম—"বেয়া নোপোৱা যদি বহি থাকা।" পমীলা—"বাৰু আপুনি গুৰুসেৱা কৰক।" পমীলাৰ এই কথাত শান্তিৰাম ভকত গুৰু-সেৱাত বহিল। টোপোলাৰ পৰা তেওঁ এডাল তুলসী কাঠৰ মালা উলিয়াই ডিঙিত পিন্ধিলে। তাৰ পাছত তেওঁ সেই মালা জপিবলৈ ধৰিলে। মালা জপোঁতে তেওঁৰ দুদাঁড় মান বেলি হৈ গ'ল। তাৰ পিছত তেওঁ ভটিমা ধৰিলে। তাৰ পিছত নাম-ঘোষা গালে আৰু অৰশেহত খঞ্জুৰিটো উলিয়াই লৈ লাখুটিডাল আগত পুতি তেওঁ এটি দুটিকৈ খঞ্জুৰিত চাপৰ দি বৰগীত গাবলৈ ধৰিলে আৰু এইদৰে তেওঁৰ ভালেখিনি পৰ হ'ল। চাৰিদাঁড় মান পৰৰ মূৰত তেওঁৰ গুৰুসেৱা কৰা হ'ল। তাৰ পিছত তেওঁ বাহিৰলৈ ওলাই আহি পমীলাক কলে—"এতিয়া কোৱা তোমাৰ কি কবলগীয়া আছে।"

পমীলা—"আতৈ ! আপোনাৰ চাউল সিজাব কেতিয়া ?"

শান্তিৰাম—"তোমাক বিদায় দি উঠি।"

পমীলা—"নহয় আতৈ! আপুনি চৰুত জালমাৰি থৈ আহক।"

শান্তিৰাম—বাৰু তেন্তে।

পমীলাই এই কথা কোৱাত শান্তিৰাম চাউল সিজাবলৈ গ'ল আৰু চৰুৰ তলত জালকুৰা মাৰি থৈ বাহিৰলৈ ওলাই আহিল আৰু পমীলাৰ আগত বহি সুধিলে—"কোৱা কি কব খুজিছা।"

পমীলা—"আতৈ! আপুনি আজি এবাৰ যুগীৰ পামৰ ফালে যাব লাগে।"

শান্তিৰাম—"কি সকামে বা?"

পমীলা—"সকামৰ কথা কম। কিন্তু আপুনি সইত কাঢ়ক যে আপুনি মই কৰিব দিয়া মতে কাম কৰিব।"

শান্তিৰাম—"কথাটো জানিলেহে সইত কাঢ়িব পাৰোঁ।?"

পমীলা—"নহয়। বৰ বিশ্বাসী কথা। আপুনি আগেয়ে সইত কাঢ়ক তেহে কম!"

শান্তিৰাম—"এৰা বিশ্বাসী কথা নহলেনো আমাৰ ওচৰ পাবাহি কেলেই।"

পমীলা—"আপুনি সেইবোৰ কথা এৰক। মোক কওক মই কৰিব দিয়া কাম আপুনি কৰিবনে নকৰে।

শান্তিৰাম—"বাৰু তুমি বহা। মই জালকুৰা বঢ়াই দি আহোঁ।"

পমীলা—"জাল বঢ়াবলৈ যোৱাৰ আগেয়ে সইত কাঢ়ি যাওক!"

শান্তিৰাম—"অলপ পৰ ৰবা। মোৰ সিফালে জালকুৰা মুমাল।"

পমীলা—“মই ৰব নোৱাৰোঁ। কৈ যাওক।”

শান্তিৰাম—“মোৰে শপত তুমি বহা মই আহোঁ।”

এই বুলি কৈ শান্তিৰাম ভকত ভিতৰলৈ গৈ দেখে যে খুৰিকৰা ধুমাই ছাই হৈ আছে। খেৰ কেইডালমান আকৌ দি শান্তিৰামে জুই ফুৱাবলৈ ধৰিলে। ধোঁৱাত নাকে মুখে তেওঁৰ পানী ববলৈ ধৰিলে। ইফালে পমীলাই বাহিৰৰ পৰা মাত লগালে—“আতৈ! মোক এটা কওক। নহলে মই যাওঁ।” শান্তিৰামে ধোঁৱাত চকু মেলিব নোৱাৰি মুঠতে “ও” বুলি উত্তৰ দিলে। পমীলাই ইফালে “আতৈ! মই যাওঁ” বুলি থিয় দিলে। শান্তিৰামে ভিতৰৰ পৰা কবলৈ ধৰিলে—“প—প—পমীলা নাযাবা।” শান্তিৰামৰ দুৰ্গতি দেখি পমীলাৰ মিচিককৈ হাঁহি ওলাল। ধোঁৱাত চকুমুখ ৰঙা পৰি কোনোমতে জুইকুৰা তুলি দি আকৌ শান্তিৰাম বাহিৰলৈ ওলাই আহিল আৰু পমীলাৰ আগত বহি কবলৈ ধৰিলে—“এএ ডেমেহা খৰি কেইডালে বৰ দুখ দিলে।” পমীলা—“এৰা। এতিয়া আপুনি নিজে বুজিব পাৰিছে জানিছে ভাত ৰন্ধাটো কিমান শাস্তি। আন মানুহে নুবুজে নহয়। ‘ভাত কিয় সোনকালে নহল’ বুলি ঘৈণীয়েকহঁতক কিল ধৰে।”

শান্তিৰাম—“কোৱা কি কবলৈ খুজিছা।”

পমীলা—“আতৈ! সইত কাঢ়ক।”

শান্তিৰাম—“তুমি সইত নাকাঢ়িলে নেৰা। বাৰু সইতে সইতে তিনি সইতে তুমি যি কোৱা তাকে কৰিম।”

পমীলা—“তেন্তে শুনক। এইবাৰ দোল চাবলৈ যাওঁতে

আমাৰ মনোমতী সখীয়ে এজন বৰ ধুনীয়া ডেকা দেখা পালে ; সেই ডেকাজনক দেখিবৰে পৰা সখীৰ মনত কিবা এটা চিন্তা হৈছে। বোধকৰোঁ তেওঁৰ সেই ডেকাজনত ধাউতি হৈছে। কি কৰিব চাওকচোন আগলৈ উঠি অহা ছোৱালী। নাভাবি নিচিন্তি এনে এটা কথাত মন মেলিলে। এতিয়া আপোনাক মই খাটোঁ। সেই ডেকাজনৰনো মন কেনে আপুনি এবাৰ গৈ বুজি আহিব লাগে।"

শান্তিৰাম—"সেই ডেকাজননো কোন ?"

পমীলা—"সেই ডেকাজন হেনো যুগীৰ পামৰ বৰুৱাৰ পুতেক নাম লক্ষ্মীকান্ত।"

শান্তিৰাম—"তোমাৰ সখীয়েৰাই বৰ বেয়া ঠাইত মন মেলিলে। তুমি জানিব পোৱা যুগীৰ পামৰ বৰুৱাই আমাৰ বৰুৱাক "ঢেকেৰি" বুলি পেটে সমস্বিতে ঘিণায়। এনেস্থলত আমাৰ বৰুৱাইনো তোমাৰ সখীয়েৰাক যুগীৰ পামৰ বৰুৱাৰ পুতেকলৈ দিব বুলি আশা কৰিব পৰা যায়নে ? যদি তোমাৰ সখীৰ বৰুৱাৰ পুতেকে সৈতে বিবাহ হবৰে আশা নাই তেন্তে মিছাইনো এইখন লেঠা বঢ়োৱাৰ সকাম কি ?"

পমীলা—"আতৈ ! আপুনি বোধকৰোঁ তিৰুতাজাতিৰ মন নুবুজে। শেষত যি হব সন্তহতে ডেকা বৰুৱাৰ ভাবটো কি ইয়াকেহে বুজিব লাগে।"

শান্তিৰাম—"এৰা এতিয়া উষাহৰণৰ খণ্ডহে পাতিব লগাত পৰিল। শেষত ফল বা কি তাকেহে কব নোৱাৰোঁ।"

পমীলা—“আতৈ ! কওক মই কৰিব দিয়া কাম কৰিবনে নকৰে ।”

শান্তিৰাম—“এৰা । তুমি চিত্ৰলেখী হৈছা নহয় আৰু মোকো আগেয়ে সইত কঢ়াই লৈছা নহয় এতিয়া তোমাৰ হাক বচন মতে নচলিলে আমাক জানো শুদাই এৰিবা ? বাৰু যাব লাগে যাম । কিন্তু পমীলা ! অ নহয় নহয় চিত্ৰলেখি । তুমিনো আন মানুহক এই কামলৈ পাচিব নোৱাৰিলানে ? মই দেখোন কেৰলীয়া মানুহ । মইনো লৰা ভণ্ডাবলৈ জানিমনে ?”

পমীলা—“আপুনিয়েই এনেবিলাক কামৰ ওজা বুলি ভাবিহে আপোনাৰ ওচৰলৈ আহিছোঁ । বিশেষ আপুনি ভকত মানুহ যলৈকে তলৈকে যাব পাৰে । খঞ্জুৰি বজাই নাম গাই শুনাইও মানুহক ফান্দত পেলাব পাৰে । সেই দেখিহে আহিছোঁ ।”

শান্তিৰাম—“চিত্ৰলেখি ! তুমিও ভাল এজনী বাৰু ! মইনো কেনেকৈ কি কব লাগিব শিকাই দিয়া ।”

পমীলা—“আতৈ ! মই আপোনাক দুটি নাম শিকাই দিওঁ সেই নাম দুটি গাব ।”

শান্তিৰাম—বাৰু গোৱাচোন শুনো । মনত বা থাকে নেথাকে ।”

পমীলা—লেচাৰী

তোমাৰ বিৰহত হে হৰি
মূৰ্চ্ছা গলে ৰাধা পটেশ্বৰী

শান্তিৰাম—“পমীলা ! ৰবা মই জালকুৰা বঢ়াই আহোঁ ।” এই বুলি কৈ ভকত ভিতৰলৈ গ'ল । আকৌ জালকুৰা

বঢ়াই দি ওলাই আহি কলে—“চিত্ৰলেখি! বাৰু মই গাওঁ শুনাচোন। হয়নে নহয় কবা

তোমাৰ বিৰহত হে লক্ষ্মী
মূৰ্চ্ছা গলে সখী চিত্ৰলেখী

পমীলা—“ছিঃ আতৈ! এতিয়াই দেখোন আপুনি “একোকে নেজানো” বুলি কৈছিল। এতিয়াই নো আকৌ এনে যোৰা দিবলৈ কত শিকিলে?”

শান্তিৰাম—“অ নহয় নহয় মই পাহৰিছোঁহে। চকুৰে মুখে ধোঁৱা লাগি কিবাহে গালোঁ। বাৰু মই আকৌ গাওঁ শুনা।”

“তোমাৰ বিৰহত হে হৰি
মূৰ্চ্ছা গলে ৰাধা পটেশ্বৰী॥”

হয়নে চিত্ৰলেখি! এইয়ে হয়নে?” পমীলাই হাঁহি হাঁহি উত্তৰ কৰিলে “হয় আতৈ! বাৰু হৈছে।” ইয়াৰ পিছতে পমীলাই সেইটো নামৰ বাকী ডোখৰ আৰু সিটো নাম শান্তিৰামক গাই শুনালে। শান্তিৰামেও মাজে মাজে যোৰা দি দি ধেমালি কৰিলে। ইয়াৰ পিছতে পমীলাই শান্তিৰামত বিদায় ললে। তেওঁ যাবৰ পৰত পেটে পেটে ভাবি গ'ল “ভকতক চিনিলোঁ”। শান্তিৰামেও পেটে পেটে ভাবিলে—এৰা এনে নহলেনো বৰুৱাৰ গোটেইখন ঘৰতে এওঁ মহতালি কৰিব পাৰেনে?”

পমীলাক বিদায় দি উঠি শান্তিৰামে সেই দিনা আধাফুটীয়া ভাত খাই খঞ্জুৰিটো আৰু লাখুটিডাল লৈ যুগীৰ পামৰ বৰুৱাৰ হাউলিৰ ফাললৈ খোজ ললে।

# একাদশ অধ্যায়

## টেঙৰে টেঙৰে

বাপেক এইদৰে যুঁজলৈ যোৱাৰ পিছ দিনা—ইফালে লক্ষ্মীকান্তই ত্নপৰীয়া খাই বৈ উঠি তেওঁৰ ফৈদৰ ৰণুৱাবিলাকৰ দ্নটা মুখিয়াল মানুহক মতাই আনিলে আৰু সিহঁতক ৰণুৱাবিলাকক সাজু ৰাখিবলৈ কলে। সিহঁতে তেওঁৰ "আদেশ পালিম" বুলি শলাগি গ'ল। তাৰ পিছত লক্ষ্মীকান্তই মেলচৰাতে খাট এখনৰ ওপৰত ত্নপৰীয়া ভাগৰ পলাবলৈ মন কৰি অলপ বগৰাবাগৰি কৰিলে। এইদৰে তেওঁৰ চাৰিদাড় মান সময় গ'ল। বেলি ভাটী দিলে। এনেতে সিফালৰ পৰা হাতত এডাল লাখুটি আৰু এটা খঞ্জুৰি লৈ আমাৰ শান্তিৰাম ভকত আহি আগত ওলাল আৰু "গুৰু পৰম বস্তু" বুলি মাটিতে বহিল। তাৰ পিছত লক্ষ্মীকান্তক চাই কবলৈ ধৰিলে—"বাপ! ভিক্ষা মাগিবলৈ আহিলোঁ। অলপ নাম কীৰ্ত্তন গাম নে?" লক্ষ্মীকান্ত—"বাৰু গাওক আতৈ!" শান্তিৰামে তেতিয়া খঞ্জুৰিটো লৈ পোনেই ত্নটি এটিকৈ তাত চাপৰ মাৰিবলৈ ধৰিলে তাৰ পাছত মাতটো মুকলি কৰি লৈ গাবলৈ ধৰিলে—

"অ! গুৰু মোকে দয়া নছাৰিবা এ।
মই বৰ পাতকিৰ পাপী—গুৰু চৰণে ৰাখিবা—॥
অ! গুৰু ইকুলো নহলোঁ সিকুলো নহলোঁ।

মাজ সাগৰত পৰি জাজি হৈয়া ৰৈলোঁ—
জাজি হৈয়া ৰৈলোঁ গুৰু ! মাণিকৰ আশে—
সাগৰ শুকাল মাণিক লুকাল মোৰ কৰ্ম্মদোষে ॥”

তালে মানে সুৰে শান্তিৰাম ভকতে এই গুৰু বন্দনাটি গালে। তেওঁৰ বজোৱাৰ পাৰ্গতালি আৰু সুৰৰ লালিত্যই লক্ষ্মীকান্তৰ মন মোহিলে।

লক্ষ্মীকান্তই কলে—“আতৈ ! আৰু এটা গাওক।” শান্তিৰামে ধৰিলে—

“প্ৰাণনাথ নকৰা বঞ্চিত
তোমাৰ বিয়োগে অগ্নি দহে মেৰি চিত্ত—এ বন্ধু মাধৱ হে—
পতি, সুত, সুহৃদ সোদৰ বন্ধুজন।
সব সুখ তেজি তেৰি ভজিলোঁ চৰণ ॥
সোহি প্ৰাণনাথ তুহোঁ যাহাঁ কাহাঁ লাগি।
নৰহে জীৱন মেৰি তেৰি লাগি আগি ॥
সব তেজি তোহাঁৰি চৰণ কৈলু আশ !
ভকতবৎসল স্বামী নকৰা নৈৰাশ ॥
বিনে তুহোঁ জীৱন ৰহব নাহি মোই।
তুহোঁ বিনে হামাৰি বান্ধব নাহি কোই ॥
হাস্য নিৰীক্ষণ তেৰি মধুৰ আলাপ।
সুমৰি সুমৰি মেৰি মিলে মনতাপ ॥
ধৰণী লুটিয়া গোপী কৰয়ে ক্ৰন্দন।
কহয় মাধৱ গতি নন্দেৰ নন্দন ॥

এই নাম গাই উঠি শান্তিৰাম ভকতে কলে—"বাপ! এটা লেচাৰী গাই এৰিব খোজোঁ।" লক্ষ্মীকান্তই কলে—"ভাল আতৈ!" শান্তিৰামে ধৰিলে—

তোমাৰ বিৰহত হে হৰি
মূৰ্চ্ছা গলে ৰাধা পটেশ্বৰী
ৰাখা ৰাখা ৰাখা ৰাধাৰ জীৱন ধন।
আকৰী আজলী গোপৱালী
নেদেখি তোমাক পৰে ঢলি
তোমাক লাগিয়া ৰাধাৰ আকুল মন॥
চন্দনৰ লেপ শৰীৰৰ
লাগে বিষ যেন জৰজৰ
তপত নিশাহ সঘনে কাঢ়িছে আতি।
তোমাৰ হৰিহে গুণ স্মৰি
কৃষ্ণ কৃষ্ণ বুলি দেয় গেৰি
শোকতে আকুল তোমাৰ ৰাধিকা সতী
সুকোমল শয্যা বিতোপন
শৰীৰত বিন্ধে কাটা হেন
ক্ষণে উঠে ৰাই ক্ষণে ঢলি ঢলি যাই
বৃন্দাবনৰ মাজত হে হৰি!
এৰিনো আহিলা কেনে কৰি
তোমাৰ কলীয়া আতি নিঠুৰ চিত।

স্বৰূপ কহিলোঁ জগৎস্বামি
নাৰীবধি হৈবা প্ৰভু তুমি
কৰিয়ো বিহিত তযু মনে যেবা লয়
কহয় মূৰুখ ৰামদাসে
ৰাধাৰ বিৰহ অনুপম
শুনি সাধুলোক হোৱা ভৱনদী পাৰ ॥

শান্তিৰাম ভকতে এই নাম তিনিটা এনে মিঠা মাতেৰে সুৰলা সুৰেৰে গালে যে লক্ষ্মীকান্তৰ মন মোহিত হ'ল। নাম কেইটাৰ ভাবে তেওঁক ইমান মুগ্ধ কৰিলে যে তেওঁৰ শান্তিৰাম ভকতলৈ এটা আন্তৰিক শ্ৰদ্ধা আৰু আগ্ৰহ হ'ল। সেই ভকতৰ নাম কি, ধাম ক'ত ইত্যাদি কথা জানিবলৈ ডেকা বৰুৱাৰ ইচ্ছা হ'ল। তেওঁ ভকতক সুধিলে—"আতৈ! আপোনাৰ নাম কি?" ভকতে উত্তৰ কৰিলে—"বাপ! মোৰ নাম শান্তিৰাম।"

লক্ষ্মীকান্ত—"আপুনি থাকে ক'ত?"

শান্তিৰাম—"মই বৰনগৰীয়া বৰুৱাৰ হাউলিত থাকোঁ।"

লক্ষ্মীকান্ত ডেকা বৰুৱাই এইদৰে শান্তিৰাম ভকতৰ মুখে তেওঁ যে বৰনগৰীয়া বৰুৱাৰ হাউলিত থাকে এই কথা শুনি ভকতৰ পৰা আৰু কেতখিনি কথা জানিবলৈ মন কৰিলে। তেওঁ ভকতৰ পৰা বৰনগৰীয়া বৰুৱাৰ বিষয়ে, আৰু পাৰিলে কীৰ্ত্তনঘৰত দেখা সেই ৰূপহী গাভৰুজনীৰ বিষয়েও অলপ কথা বতৰা জানিব পাৰিব বুলি ভাবি তেওঁ ভকতক আকৌ সুধিলে—

"আতৈ! বৰনগৰীয়া বৰুৱাইনো সম্প্ৰতি কি কৰিছে?"
শান্তিৰাম—"বাপ! বৰ-নগৰীয়া বৰুৱা ঘৰতে আছে।"

লক্ষ্মীকান্ত—"তেওঁ আমাৰ এই দেশ-কালৰ কথাবতৰা বিলাকৰ ভূ পায়নে?

শান্তিৰাম—"বাপ! কি বা দেশ-কালৰ কথা?"

লক্ষ্মীকান্ত—"কিয়? মান যে ভটীয়াই আহিব লাগিছে তেওঁ এই বিষয়ে নেজানে নে?"

শান্তিৰাম—"ক'তা? তেওঁ কি আমি কোনো মানুহেই এই কথাৰ গম নাপাওঁ। বাপ। আপুনিনো ক'ৰ পৰা কি শুনিলে কওকচোন শুনো।"

লক্ষ্মীকান্ত—"আতৈ! মই এই কথা এইবাৰ কীৰ্ত্তন ঘৰলৈ দোল চাবলৈ যাওঁতে কেইযোৰামান সোৰ্ালকুচীয়া মানুহৰ মুখে শুনিলোঁ। শুনিলোঁ মান হেনো ভটীয়াই আহিব লাগিছে। আমাৰ ৰজাই হেনো ৰংপুৰতে মানে সৈতে এটা ৰণ দিছিল; সেই ৰণত হেনো তেওঁ সম্পূৰ্ণৰূপে হাৰি পলাই গুৱাহাটীলৈ আহি বৰফুকনৰ লগ লাগিছে। বৰফুকনে হেনো মানৰ লগত ৰণ দিবলৈ কাৰবাৰ কৰি চাৰিউফালে কটকী পঠাইছে। আমাৰ দেউতা আজি ৰাতিপুৱা দুহেজাৰ ৰণুৱা লৈ বৰফুকনক সহায় কৰিবলৈ গৈছে। আপোনালোকৰ বৰুৱাইনো এইবিলাক কথাৰ একো গমকে নেপায় নে?"

শান্তিৰাম—"তেওঁ একো গম পোৱা নাই।"

লক্ষ্মীকান্ত—"বৰ আচৰিত কথা! বৰনগৰীয়া বৰুৱাৰনো

এনে চেনেহৰ পুত্ৰ পৰিয়াল নাইনে যে সেই পুত্ৰ পৰিয়ালৰ অৰ্থে তেওঁ মানৰ লগত যুঁজি সেই পুত্ৰ পৰিয়ালসকলক মানৰ হাতৰ পৰা ৰক্ষা কৰে। তেওঁৰনো এনে বুদ্ধিমান ল'ৰা বা সুদক্ষ মানুহ নাইনে যে তেওঁক দেশ-কালৰ কথা-বতৰাবিলাক জনায়? এইবাৰ কীৰ্ত্তন ঘৰলৈনো দোল চাবলৈ:তেওঁৰ কোনো মানুহ যোৱা নাছিল নে?"

শান্তিৰাম—"বাপ! আমাৰ বৰনগৰীয়া বৰুৱাৰ তেনে সুদক্ষ মানুহ আজি কালি নাই। এইবাৰ দোল চাবলৈ তেওঁৰ ধৰ্ম্মীয়া জীয়েকজনীহে গৈছিল। তেনেকুৱা সুদক্ষ কোনো মানুহ যোৱা নাই।"

লক্ষ্মীকান্ত—"কীৰ্ত্তনঘৰলৈ যে সেই গাভৰুজনী গৈছিল সেইজনী তেওঁৰ ধৰ্ম্মীয়া জীয়েকনে?"

শান্তিৰাম—"এৰা।"

লক্ষ্মীকান্ত—"তেওঁনো কেনে ধৰ্ম্মীয়া জীয়েক? তেওঁৰনো পৰিয়ালৰ ভিতৰত কোন কোন আছে?

শান্তিৰাম—"বাপ! আজি বাৰ বছৰমান হ'ল—আমাৰ বৰনগৰীয়া বৰুৱাৰ কলিতাজাতৰ ধৰ্ম্মেশ্বৰ নামেৰে এজন চৌধাৰী আছিল। সেই চৌধাৰীজনা বৰ বীৰ আৰু প্ৰায় সৰ্ব্বগুণী আছিল। তেওঁৰ বাহুবলতে—বৰুৱাই অকণ্টকা ৰাজ্য ভোগ কৰিছিল। তেওঁৰ মন্ত্ৰণা মতেই সকলো কামতে চলিছিল। তাৰ পিছত আজি বাৰ বছৰমান হ'ল সেই চৌধাৰীজন তেওঁৰ পৰিবাৰে সৈতে সংসাৰত মুঠেই এজনী মাউৰী ছোৱালী এৰি

মৰে। মৰিবৰ সময়ত তেওঁ সেই মাউৰী ছোৱালীজনীক আমাৰ বৰুৱাক সপি যায়। বুজৰ বৰুৱাইও তেওঁৰ মৰণকালৰ কথা অনুসৰি সেই ছোৱালীজনীক বয়ে-বস্তুয়ে আনি আজি বাৰবছৰে নিজৰ জীৰ দৰে মৰম কৰি ডাঙৰ দীঘল কৰিছে। সেই গাভৰুজনীৰ নাম মনোমতী। তাৰ পিছত সেই মনোমতী গাভৰুকে লৈ থৈ ডাঙৰ দীঘল কৰা পমীলা নামেৰে আৰু এজনী এজন কলিতা জাতৰে পটোৱাৰীৰ ছোৱালী আছে। তেৰোঁ বৰনগৰীয়া বৰুৱাৰ নিজৰ জীয়েকৰ দৰে। বৰনগৰীয়া বৰুৱাৰ নিজৰ ছোৱালী দুজনী। এজনী ন-দহ বছৰীয়া, এজনী সাত-আঠ বছৰীয়া আৰু এটা পাঁচ বছৰীয়া লৰা। তেওঁৰ আগেয়ে ঘৈণী দুগৰাকী আছিল। আজি তিনি বছৰ হ'ল তেওঁৰ বৰ ঘৈণী জনা ঢুকাইছে। এই সকলত বাজে তেওঁৰ বেটী বন্দী ভালেমান আছে।"

লক্ষ্মীকান্ত—"বাৰু আতৈ! বৰনগৰীয়া বৰুৱাৰ পৰিয়াল সকলৰ বিষয়ে জানিলোঁ। তেওঁনো মানুহ কেনে? তেওঁৰনো সৈন্য সামন্ত কিমান?"

শান্তিৰাম—"বৰনগৰীয়া চণ্ডী বৰুৱা মানুহ উদাৰ প্ৰকৃতিৰ আৰু সৰল চিত্তৰ। তেওঁ পৰোপকাৰী। দোষৰ ভিতৰত এই যে তেওঁ শোপাঢিলা বিধৰ। তেওঁৰ তেৰ চৈধ্য হেজাৰ কোঁচ সৈন্য আছে। সেই সৈন্যবিলাকৰ ওপৰত তিনিজন সেনাপতি আছে। মই কিন্তু শুনাত শুনিছোঁ সেই তিনিজন সেনাপতি ভাল ৰণুৱা নহয়।"

লক্ষ্মীকান্ত—“আতৈ! বৰনগৰীয়া বৰুৱা ৰণবিগ্ৰহ কৰাত নো কিমান নিজে নিপুণ?”

শান্তিৰাম—“বাপ! বৰনগৰীয়া বৰুৱা নিজে তিমান ভাল যুঁজাৰু নহয়। তেওঁৰ সেই ধৰ্ম্মেশ্বৰ চৌধাৰীয়েই বৰ বীৰ আছিল; কিন্তু তেওঁ ঢুকাবৰে পৰা বৰনগৰীয়া বৰুৱা দুৰ্ব্বল হৈ পৰিছে। সেই কাৰণেহে (১) আজি বাৰ তেৰ বছৰে বিজনীৰ জমিদাৰৰ ঘৰে তেওঁৰ প্ৰজা সকলক ইমান দৌৰাত্ম্য কৰিবলৈ ধৰিছে।”

লক্ষ্মীকান্ত—“তেনে হলেতো এইবাৰ মান আহিলে তেওঁৰ আত্মৰক্ষা কৰাই টান হব। বৰফুকনে সৈন্য সামন্ত খুজি পঠালে তেওঁ ভাল সেনাপতি দিব নোৱাৰিব।”

শান্তিৰাম—“এৰা! তেওঁৰ এইবাৰ তেনেবিলাক লেঠা হব।”

ভকতৰ মুখে এইবিলাক কথা শুনি লক্ষ্মীকান্ত ডেকা বৰুৱাই দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি মনে মনে ৰ'ল! তেওঁক তেনেকুৱা কৰা দেখি এইবাৰ টেঙৰ শান্তিৰামে সুধিলে—“বাপ! দীঘলকৈ হুমুনিয়াহ কাঢ়ি দেখোন মনটো মাৰি পেলালে?”

লক্ষ্মীকান্ত—“আতৈ! মন মাৰিবৰ কাৰণ আছে। মোৰ মনত এনে ভাব আছিল যে এই বিপদৰ সময়ত আমি দুইও ঘৰ বৰুৱা লগ লাগিম আৰু আমাৰ দুইওজাক সৈন্য লগ কৰি লৈ মানৰ লগত যুঁজি আমাৰ দেশ, আমাৰ ল'ৰা-তিৰুতা, আমাৰ ভেটি-মাটি ৰক্ষা কৰিম। কিন্তু দুখৰ বিষয় ঈশ্বৰে সেইটো হব নিদিয়ে।”

শান্তিৰাম—ঈশ্বৰেনো কিয় হব নিদিয়ে? আপোনাৰে আৰু আমাৰ বৰুৱাৰে লগ লগাতনো কি বাধা আছে?”

লক্ষ্মীকান্ত—“কিয় আতৈ! আপুনি নেজানেনে আপোনা-লোকৰ বৰুৱাৰে আৰু আমাৰ দেউতাৰে বিৰোধ ভাব আছে। আপোনালোকৰ বৰুৱাইনো আমাক নিঘিণাবনে ?”

শান্তিৰাম—“বাপ! এই বিষয়ে আপুনি আমাৰ বৰুৱাৰ ওপৰত মিছা সন্দেহ কৰিছে। আপোনালোকৰ দেউতাই আমাৰ বৰুৱাক ঘিণায় যদিও আমি কব নোৱাৰোঁ, কিন্তু বৰ-নগৰীয়া বৰুৱাৰ বিষয়ে হলে মই ডাঠকৈ কব পাৰোঁ। তেওঁৰ মনত আপোনালোকলৈ বেয়া ভাব নাই। তেওঁৰ পূৰ্ব্ব পুৰুষে আৰু আপোনাৰ পূৰ্ব্ব পুৰুষে বিৰোধ ভাব যদিও আছিল, বৰনগৰীয়া বৰুৱাই কিন্তু আজিকালি সেই ভাব ৰখা নাই।”

লক্ষ্মীকান্ত—“আপুনি বৰনগৰীয়া বৰুৱাৰ যথাৰ্থতে এনে ভাব নাই বুলি কৈছেনে ? আপুনিনো কেনেকৈ জানিলে তেওঁৰ মনত কি ভাব আছে কি ভাব নাই।”

শান্তিৰাম—“মই বৰনগৰীয়া বৰুৱাব লগত থাকোঁ। মই তেওঁৰ ঘৰৰ এজন মানুহ বুলিলেও হানি নাই। তেওঁৰ লগত থাকি তেওঁৰ মনৰ ভাব নেজানো নে ?”

শান্তিৰাম ভকতৰ মুখে এই কথা শুনি লক্ষ্মীকান্ত ডেকা বৰুৱাৰ মনত এটা প্ৰফুল্লতাৰ ভাবে দেখা দিলে। তেওঁ শান্তিৰাম ভকতক—“আতৈ অলপ বহক” বুলি কৈ ভিতৰলৈ গ’ল। শান্তিৰাম ভকতে পেটে পেটে ভাবিলে “কথাই খেও খাইছে।” অলপ পৰৰ মূৰতেই লক্ষ্মীকান্ত ডেকা বৰুৱাই ভিতৰৰ পৰা ৰূপ এটকা লৈ ওলাই আহিল আৰু সেই ৰূপটকা ভকতৰ হাতত দি

কলে—“আতৈ! এই ফেৰিকে গ্ৰহণ কৰক।” শান্তিৰাম ভকতে টকাটো হাতত লৈ কলে—“বাপ! মোৰ জনমতো মই ইমান ধন পোৱা নাই। আমাক কোনেও বৰ বেছি হলেও চৰতীয়া এটাতকৈ সৰহ ধন নিদিয়ে। আপুনি আজি মোক আশাৰ অতীত ধন দিলে। মোৰ গুৰুক মই খাটিলোঁ। আপোনাক ঈশ্বৰে সুখী কৰক। সুন্দৰী লক্ষ্মীযুক্তা ভাৰ্য্যা এজনী দি গিৰস্থালী বঢ়াওক। বাপ! এতিয়া যাওঁ।”

লক্ষ্মীকান্তই কলে—“ভাল আতৈ! আপুনি খোজ লওক, মইও আপোনাক অলপ আগবঢ়াই থওঁ। মোৰ অলপ বিশ্বাসী কথা আছে।”

শান্তিৰামে কলে—“ভাল বাৰু!” এই কথাবতৰাৰ পাছত লক্ষ্মীকান্ত বৰুৱা শান্তিৰাম ভকতৰ লগে লগে ওলাল। কিছুমান দূৰ গৈ ডেকা বৰুৱাই ভকতক সুধিলে—“আতৈ! বৰ নগৰীয়া বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক এজনী আছে বুলি কৈছে নহয়।”

শান্তিৰাম—“এৰা আছে।”

লক্ষ্মীকান্ত—“তেওঁ জাতত কলিতা নহয় নে?”

শান্তিৰাম—“হয় কলিতা! তেওঁ ধৰ্ম্মেশ্বৰ চৌধাৰীৰ জীয়েক।”

লক্ষ্মীকান্ত—“তেওঁ এইবাৰ দৌল চাবলৈ গৈছিল নহয় নে?”

শান্তিৰাম—“গৈছিল।”

লক্ষ্মীকান্ত—বৰনগৰীয়া বৰুৱাৰ সেই ধৰ্ম্মীয়া জীয়েকৰ কৰবাত সম্বন্ধ স্থিৰ হৈছে নে?”

শান্তিৰাম—"নাই হোৱা।"

লক্ষ্মীকান্ত—"তেওঁৰ লগত কীৰ্ত্তনঘৰত সেই দিনা আৰু এজনী মানুহ দেখিছিলোঁ। তেওঁ কোন ?"

শান্তিৰাম—"তেওঁ বৰুৱাৰ জীয়েকৰ সখীয়েক নাম পদ্মীলা। তেওঁ সদায় খাওঁতে-বওঁতে উঠোঁতে-বহোঁতে সখীয়েকৰ লগ নেৰে।"

লক্ষ্মীকান্ত—"আতৈ! মই কাইলৈ এবাৰ বৰুৱাৰ জীয়েকৰ সখীয়েকক লগ পাম নে ?"

শান্তিৰাম—"ক'তবা লগ পাব লাগে ?"

লক্ষ্মীকান্ত—"আতৈ! মই কাইলৈ ভাটী বেলীয়া খাই-বই উঠি এবাৰ বৰুৱাৰ নগৰৰ ফালে যাম। তাতে তেওঁ মোক বাটত সেই কদমগছ জোপাৰ তলত লগ ধৰিলেই হব।"

শান্তিৰাম—"বাপ! সকাম বা কি ?"

লক্ষ্মীকান্ত—"আতৈ! বাৰু মই আপোনাক মোৰ বন্ধু বুলি বিবেচনা কৰিলোঁ। মোৰ পেটৰ কথা কওঁ শুনক। এইবাৰ কীৰ্ত্তনঘৰলৈ মই দোল চাবলৈ গৈছিলোঁ। তাতে মই বৰনগৰীয়া বৰুৱাৰ সেই ধৰ্ম্মীয়া জীয়েকজনীক দেখিলোঁ। তেওঁক দেখিবৰে পৰা মোৰ মনত কিবা এটা হৈছে। এনেহে ইচ্ছা হৈছে মই যেন সেইটী ৰত্নৰ অধিকাৰী হম। কিন্তু মোৰ পক্ষে দেখোন তেনেকুৱা আশা কৰাও অন্যায়, কিয়নো মই জানো তেওঁৰে মোৰে বিবাহ হবৰ আশা নাই। তেওঁ দেখোন মোৰ মনে বুজনি নলয় —তেওঁক দেখোন ভাল পাবলৈ ইচ্ছা যায়। দেউতাৰ আদেশ

অনুসাৰে মই পৰহিমানলৈ পোন্ধৰশ সৈন্য লৈ মানৰ যুঁজলৈ যাম। সেই যুঁজত মৰোঁৱেই নে বাচোঁৱেই ঠিকনা নাই। কিন্তু মই যুঁজলৈ যোৱাৰ আগেয়ে বৰুৱাৰ সেই ধৰ্ম্মীয়া জীয়েকৰনো মোলৈ কি মনৰ ভাব জানিব পৰা হলে সুখী হলোঁহেতেন।”

শান্তিৰাম—“আপুনি দেখোন চৌধাৰীৰ জীয়েকক দেখিয়েই মোহিত হ’ল। কিন্তু আপোনাক জানো তেওঁ ভাল পায়? আপুনিনো কেনেকৈ জানিলে যে তেওঁ আপোনাক ভাল পায়?”

লক্ষ্মীকান্ত—“তেওঁ মোক ভাল পায়নে নেপায় সেইটো সঠিককৈ কব নোৱাৰোঁ। কিন্তু কীৰ্ত্তনঘৰত মই যেনেকৈ তেওঁলৈ ৰ লাগি চাই আছিলোঁ, তেৱেঁা দেখোন মোলৈ তেনেকৈ ৰ লাগি চাই আছিল। মোৰ মনে ধৰিছে যে তেওঁ মোক ঘিণ কৰিব নেপায়। যি কি নহওক,—তেওঁ মোক ভাল পাওকে বা নেপাওকে মই কিন্তু তেওঁৰ মুখখনি পাহৰিব নোৱাৰোঁ। তেওঁক মই ভাল পাওঁ। আপুনিয়েই কইছে তেওঁ জাতত কলিতা আমিও কলিতা, তেৱেঁা ভাল মানুহৰ ঘৰৰ জীয়াৰী আৰু আমিও হীন বংশৰ নহওঁ। এনেবিলাক স্থলত ঈশ্বৰে কৰিলে তেওঁক পালেও পাব পাৰোঁ। মই জানো আমাৰ দেউতাৰে আৰু আপোনা-লোকৰ বৰুৱাৰে আখেজা-আখেজি ভাব আছে। আপোনালোকৰ বৰুৱাৰ নহলেও আমাৰ দেউতাৰ আছে। কিন্তু মই সেইটি বিঘিনি আঁতৰাবলৈকো অহো-পুৰুষাৰ্থ কৰিম। দেউতাক বৰ-নগৰীয়া বৰুৱালৈ শত্ৰুভাব পৰিত্যাগ কৰিবলৈ চৰণত ধৰি খাটিম।

ইমান কৰিও যদি মই সেই ৰত্নটী নেপাওঁ তেন্তে সংসাৰৰ সকলো সুখকে ত্যাগ কৰি বাণপ্ৰস্থী হম।”

শান্তিৰাম—“আপুনি এনে অঙ্গীকাৰ কৰিব নেলাগিছিল। কি জানি আমাৰ মনোমতী আইদেৱে আপোনাক ভালকে নেপায়? আপোনাক আমাৰ বৰুৱাৰ শত্ৰু বুলি ঘিণায়?”

লক্ষ্মীকান্ত—“আতৈ! তেওঁ ভাল নাপালেও মই ভাল পাম। তাকে আতৈ! আপুনি তেওঁৰ সেই সখীয়েকজনীক মোক লগ ধৰিবলৈ কবনে কওক।”

শান্তিৰাম—( মিচিকিয়াই হাঁহি ) “ভাল কম। বাপ! এতিয়া বিদায় হওঁ।”

লক্ষ্মীকান্ত—“ভাল আতৈ! কিন্তু কথাটো যেন নেপাহৰে।”

এই কথাবতৰাৰ পিছত লক্ষ্মীকান্ত বৰুৱা উজ্জ্বল মনেৰে ঘৰলৈ উলটিল। শান্তিৰামেও বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ফাললৈ খোজ ললে। তেওঁ যাবৰ পৰত ভাবি গ'ল—“ইয়াকে বোলে ৰূপত বলীয়া হৈ সকলোকে কাতিকৈ থোৱা।”

# দ্বাদশ অধ্যায়

## হলকান্ত বৰুৱা

হলকান্ত বৰুৱাই সেইদিনা ৰণুৱা দুহেজাৰ লৈ "যুগীৰপাম" এৰি চাউলখোৱা মানাহ নদী পাৰ হৈ বেলি ছদাঁড়মান থকাত চেঙ্গা গাওঁ পালেগৈ। তাতে তেওঁ সেই নিশা থাকিবলৈ মন কৰি চাউলখোৱা নৈৰ পাৰত মুকলি পথাৰ এখনত বাহৰ কৰিলে। তেওঁৰ ৰণুৱাহঁতে ওচৰৰ হাবিৰ পৰা লৰালৰিকৈ দুইচাৰিমুঠা খেৰ আৰু দুই চাইটা গাছৰ ঠাল কাটি আনি যাৰ যেনে সুবিধা সেই অনুসাৰে একোডুখৰি চালি কৰি ললে। বৰুৱাইও চালি এখনৰ তলত চাৰিউফালে আৰকাপোৰ এখন বেঢ়ি তেওঁৰ থকা বাহৰটো সজাই ললে।

যুঁজলৈ অহাৰ আগেয়ে হলকান্ত বৰুৱাই মনত দুটি ভাব লৈ আহিছিল। এক ভাব আছিল যে তেওঁ যদি বৰফুকনক লগ পায়গৈ তেন্তে তেওঁ বৰফুকনৰ ফলীয়া হৈ মানৰ লগত ৰণ দিব, আৰু সেই ৰণত যদি জিকিবহে পাৰে তেন্তে তেওঁ বৰফুকনৰ প্ৰিয়-পাত্ৰ হৈ বৰনগৰীয়া বৰুৱা যুঁজলৈ নহাৰ বাবে কথা লগাই বৰফুকন আৰু ৰজাৰ হতুৱাই বৰনগৰীয়া বৰুৱাৰ বিষয়খন গুচাই সেই বিষয় তেৱেঁ লব পাৰিব। যদি হে তেওঁ বৰফুকনক সহায় কৰিবলৈ নেপায়, মানক বাটতে ভটীয়াই অহা লগ পায় তেন্তে তেওঁ মানক ধৰি সিহঁতৰে দোৱানীয়া বৰুৱা হব। আৰু সেই বুধিৰেই তেওঁ নিজৰ গাওঁখনো ভালে ৰাখিব ; গঢ়গতি বুজি বৰ-

নগৰীয়া বৰুৱাকো এক সেকা দিব! যেই পিনেই হওক তেওঁ এইবাৰ বৰ নগৰীয়া বৰুৱাৰ ওপৰত পুৰণিকলীয়া শত্রু শালিব। এনেকুৱাবিলাক অসদ্ অভিপ্রায় মনত লৈ তেওঁ মানৰ যুঁজলৈ পুতেকক এৰি থৈ নিজে আহিছিল।

এইদৰে হলকান্ত বৰুৱাই পথাৰত বাহৰ কৰি থাকোঁতেই সূৰ্য্যদেৱে পচিম আকাশত ঠাই ললে। তেওঁৰ ৰণুৱাবিলাকে চাউল-চৰু লৈ নৈৰ পাৰত ৰন্ধা-বঢ়াৰ আয়োজন কৰিবলৈ ধৰিলে। এনেতে সিফালৰ পৰা প্রায় দুশখন নাও চাউলখোৱা নৈৰে ভটিয়াই আহিবলৈ ধৰিলে। প্রত্যেকখন নাৱতে কুৰি পঁচিশ জন মূৰত ৰঙা আৰু হালধীয়া কাপোৰৰ পাগুৰি মৰা মানুহ দেখা গ'ল। প্রত্যেকখন নাৱৰ পৰা যুঁজৰ বাজনাও বজা শুনা গ'ল। হলকান্ত বৰুৱাই সেই নাওবিলাক দেখি আৰু যুঁজৰ বাজনা শুনি বুজিলে যে যুঁজত বৰফুকন হাৰিছে। নাৱেৰে সেইবিলাক মানসেনা ভটীয়াই আহিছে। তেওঁ এই কথা বুজি ততালিকে দহোটা মানুহ ঘৰৰ ফাললৈ পঠালে; তেওঁৰ লগৰ ৰণুৱাহঁতৰ প্রায় পোন্ধৰশমান ৰণুৱাও ঘৰমুখে উলটিল। তেওঁৰ লগত কেৱল পাঁচশমানহে সাহিয়াল সাহিয়াল ৰণুৱা ৰ'ল। তেওঁ তাৰ পিছত কুৰিজন সাহিয়াল ৰণুৱা লগত লৈ মানহঁতৰ নাৱৰ ফাললৈ আগ-বাঢ়িবলৈ ধৰিলে।

গুৱাহাটীৰ বৰফুকনে গুৱাহাটীতে মানে সৈতে এটা ৰণ দিছিল। তেওঁ মানে সৈতে ৰণ দিয়াৰ আগেয়ে কামৰূপীয়া বৰুৱাবিলাকলৈ সৈন্য সামন্ত খুজি মানুহ পঠাইছিল। কিন্তু সেই

সময়ত এঠাইৰ পৰা আন এঠাইলৈ যাবলৈ সুগম নাছিল। সেইদেখি বৰফুকনৰ মানুহবিলাকে গৈ বৰুৱাবিলাকক জাননী দিবলৈ নৌপাওঁতেই ইফালে মান আহি গুৱাহাটী পালে। বৰফুকন আৰু চন্দ্ৰকান্ত ৰজা দুইও আন একো উপায় নেপাই তেওঁলোকৰ লগত অলপ যি সৈন্য-সামন্ত আছিল তাৰেই মৰণত শৰণ দি ৰণ এটা কৰিলে, কিন্তু মানৰ সৰহ সৈন্যৰ আগত ঠাৱৰিব নোৱাৰি যুঁজত হাৰিল। বৰফুকনক মানে কাটিলে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ পলাই গোৱালপাৰালৈ গ'ল। মানে যুঁজ জিকি এফালৰ পৰা দেশ নগৰ উছান কৰি ভটীয়াবলৈ ধৰিলে। এজাক মান দক্ষিণ পাৰেদি গৈ বংশৰ, চমৰীয়া ইত্যাদি ঠাই উঠান কৰিলে। এজাক উত্তৰ পাৰেদি বামেৰে ভটীয়ালে। এজাক ঘাই ব্ৰহ্মপুত্ৰেৰে ভটিয়ালে আৰু এজাক হাজোৱে চাউলখোৱা নৈৰে নাৱেৰে ভটিয়ালে।

হলকান্ত বৰুৱাই যদি তেওঁৰ জটিয়াবাবাজীৰ মন্ত্ৰণামতে আৰু বুধিমতী ঘৈণীয়েকৰ কথামতে ততালিকে বৰনগৰীয়া চণ্ডী বৰুৱাৰ লগত মিলিলহেতেন, তেন্তে এই দুঘৰ বৰুৱাই লগ লাগি মানক আন একো কৰিব নোৱাৰিলেও সিহঁতক এথেকেচা দিব পাৰিলেহেতেন। কামৰূপীয়া সাধাৰণ প্ৰজাবৰ্গ ভীৰু আৰু কাপুৰুষ নাছিল। কামৰূপীয়া মানুহৰ গাত যথেষ্ট তেজ আৰু বীৰত্ব আছিল, কিন্তু কামৰূপীয়া বিষয়াসকলৰ গাত স্বদেশৰ হিত চিন্তা, স্বদেশক ৰক্ষা কৰা গুণ ফাকি নাছিল। ইজন বিষয়াই সিজনক, সিজনে ইজনক হিংসা কৰা স্বভাৱৰ নিমিত্তেই

কামৰূপীয়া মানুহেও মানৰ হাতত থেকেচা খাইছিল। সকলো বিলাক বিষয়ায়ে লগ লাগি মানক ভালকৈ এপালি দিয়ক চাৰি, অনেকেই মান অহাত সেই মানৰ লগ লাগি নিজৰ নিজৰ অসদ্ অভিপ্ৰায় পূৰাবলৈ চেষ্টা কৰিছিল। হলকান্ত বৰুৱা আৰু চণ্ডীবৰুৱাই লগ লাগি বৰপেটাতে মানৰ গেলা গপ অলপ ভাঙ্গি দিব পৰা হলে আমি কিজানি আজি এই উপন্যাসৰ শেষত মইনবৰি আৰু হাদিৰাচকিৰ শোকলগা কাহিনী গাবলৈ নেপালোঁহেতেন। কিন্তু কলে কি হব, নাশন কালত মানুহৰ বুধি হত হয়। অকল বৰনগৰীয়া বৰুৱাৰ ওপৰত পুৰণিকলীয়া শত্ৰু-পৰাৰ ভাবেই হলকান্ত বৰুৱাক তেওঁৰ কৰ্ত্তব্য কাম পাহৰালে। বৰনগৰীয়া বৰুৱাৰ ওপৰত খিয়ালশলাৰ ভাবেই এই প্ৰকৃত তেজী বৰুৱাজনক বীৰৰ সাজ এৰি মানৰ দোৱনীয়া হবলৈ বুধি দিলে। নিজৰ যে কি হব, ৰাইজৰ যে কি হব, এইবিলাক কথা হলকান্ত বৰুৱাই নাভাবিলে। আত্মকলহেই ভাৰতবৰ্ষৰ সকলো ঠাইতে ভাৰতবাসীক পৰপদসেৱী কৰিলে। আমাৰ এই অসমতো ৰজাঘৰীয়া বিষয়াসকলৰ আত্মকলহেই অসমৰ সাধাৰণ প্ৰজাবৰ্গকো মান-মৰাণৰ হাতত থেকেচা খুৱাই জুৰুলা কৰালে।

মানহঁতৰ নাওবিলাকৰ ভিতৰত এখন নাও বৰ সুন্দৰকৈ সজোৱা আছিল। এইখন নাৱৰ আগত এডাল ফিৰ্ ফিৰি। এই নাওখনতে মানৰ সেনাপতি মিঙ্গিমাহা ক্যাডেউও আছিল। নাওখনৰ আগে গুৰিয়ে দহজন ৰণুৱা। ছয়জন অসমীয়া বন্দীয়ে

এই নাওখন বাই লৈ আহিছিল। নাওঁখনৰ ভিতৰত সোঁ মাজতে এখন ঢাৰিপাটি পৰা আছিল। সেই শয্যাখনতে মিঙ্গিমাহা সেনাপতি এটা বৰ ওখ গাৰুত আউজি বহি গৈছিল। তেওঁৰ মূৰশিতানত এজনী প্ৰায় একুৰি-দুবছৰীয়া গাভৰু বহি আছিল। সেই গাভৰুজনীৰ মূৰে গায়ে এখন খনীয়া কাপোৰ।

মানৰ এই মিঙ্গিমাহা ক্যাডেউও সেনাপতিৰ বয়স দুকুৰি বছৰ হৈছিল। তেওঁৰ মূৰটো ডাঙৰ; সেই মূৰত চুলিটাৰৰে এটা ঠিয় খোপা। সেই খোপা আৰু চুলি ঢাকি মূৰত এখন হাল-ধীয়া কাপোৰ মেৰোৱা। সেই কাপোৰৰ চাৰি আঙুলিমান এটা লোচ বাওঁ কাণৰ ওপৰত পৰি থকা। তেওঁৰ মুখখন বহল আৰু থোপোকা। নাকটো চেপেটা। নাকৰ দিলাৰ তলত এডালো গোফ নাই। কিন্তু নাকৰ ফুটা দুটাৰ দুইও কাষৰে পৰা দুফালে সৰু তিৰ্‌তিৰীয়া কেইডালমান ৰঙা গোফ। তেওঁৰ গাল দুখন বহল। গালৰে আৰু কুমৰে যোৰাৰ হাড় দুডাল উঠা আৰু শকত। চকু দুটা সৰু আৰু ৰঙা। চেলাউৰিযোৰ বহল কিন্তু প্ৰায় লোম নথকাৰ দৰে। ওঠ দুটা পাতল। থুতৰিটো ঘূৰণীয়া, গলটো চুটি, হাতভৰিবিলাক মোকোহা। তেওঁ বৰ ওখও নাছিল, বৰ চাপৰো নাছিল। তেওঁৰ বৰণ তেজ গোৰা। গাত এটা কঁকাললৈকে পৰা বুকুফলা হাত দীঘল ক'লা কোট। সেই কোটৰ বুকুত দুইওফালে জৰী। কঁকালত ৰঙা আৰু ক'লাৰে পটিয়া-পটি এখন কাপোৰ পোন্ধ নমৰাকৈ মুচলমানৰ মৌলবি সকলৰ দৰে মেৰাই থোৱা। তেওঁৰ কঁকালত তৰোৱাল লোৱা এটা পটি।

তেওঁৰ ওচৰতে কাঠৰ ফাক এটাৰ ভিতৰত এখন দীঘল দা। সেই দা খাম্‌তিহঁতৰ দাৰ নিচিনা। মুখত এটা এবেগেতমান দীঘল ধপাতৰ চেলুৱই।

এই সেনাপতিৰ মূৰশিতানত যি গাভৰুজনী বহি গৈছিল সেই গাভৰুজনীৰ মুখত হাঁহি বা প্ৰফুল্লতাৰ ভাব নাছিল। নাৱৰ ভিতৰত তেওঁ থমথম কৰি বহি গৈছিল। সেনাপতিয়ে চেলুৱইটো খাই একো একোবাৰ সেই চেলুৱইটো গাভৰুজনীৰ মুখত গুজি গুজি দিছিল। তাই এহোপা দুহোপা মাৰি চেলুৱইটো ওলটাই ওলটাই দিছিল আৰু মাজে মাজে সেনাপতিৰ আদেশমতে তাৰ মূৰটোত হাত ফুৰাই দিছিল।

মান ৰণুৱাহঁতৰ ভিতৰত এটা ৰণুৱাই এখন বাঁহৰ বীণত টুং টুং টাং টাং কৰি কেতখিনি আমি বুজিব নোৱৰা গীত গাই আছিল। মিঙ্গিমাহা তিলোৱাই সেই গীত কাণ পাতি পাতি শুনিছিল, আৰু মাজে মাজে হোঁ হোঁ কৰি হাঁহি দোৱানতে কিবাকিবিবিলাক কৈছিল। নাওখন এইদৰে ভটীয়াই থাকোঁতেই হলকান্ত বৰুৱাই মানুহে তুনুহে সৈতে নাৱৰ ওচৰ পালেগৈ আৰু নৈৰ পাৰত ঠিয় দি আগুৱাল আৰু গুৰিয়াল বাইছা কেইটাক নাও ৰাখিবলৈ কলে। সিহঁতেও পাৰত এজন ভাল মানুহ দেখি নাওখন অলপ বাবলৈ এৰিলে ; এনেতে আগৰ দুটা ৰণুৱাই দুডাল দীঘল সোকা লৈ আগুৱাল কেইটাক গৰু পিটা দি পিটিবলৈ ধৰিলে। গুৰিৰ ৰণুৱা এটাই গৈ গুৰিয়াল দুটাক সাৰোপ সাৰোপ কৰি মৰিয়ালে। আন দুটা ৰণুৱাই কোনে নাও ৰাখিবলৈ কৈছে ইয়াকে ভুমুকি

মাৰি চাই দেখিলে যে পাৰত এটা অসমীয়া মানুহ আছে। খণ্ডতে টেঙুলা নামেৰে মানটোৱে তাৰ দাখন হলকান্ত বৰুৱাৰ গালৈ ফৰ্মুতি মাৰি পঠালে। ভাগ্যে দাখন হলকান্ত বৰুৱাৰ গাত নপৰিল। এনেতে সেনাপতিয়ে মাত লগালে "কিহৰ হাই হৈছে।" টেঙুলাই কলে—"কৰবাৰ এটা অসমীয়া বান্দৰে আমাৰ নাওখন ৰাখিবলৈ কৈছে।" সেনাপতিয়ে কলে—"যা তহঁত চাইটা নামি যা। তাক ধৰি লৈ আহ।" সেনাপতিৰ আদেশ পাই নাৱৰ পৰা চাইটা মানে গিৰিপ্ কৰি গৈ হলকান্ত বৰুৱাক নাৱলৈ ধৰি আনিলে। তেওঁৰ লগৰ মানুহ কেইটা লৰি পলাই গাৱঁত সোমালগৈ। তেতিয়াই চেঙ্গা গাৱঁত হুলস্থূল লাগি গ'ল। গাৱঁৰ পৰা মানুহবিলাক ফৰিং ওফৰাদি উফৰি ঘৰ-তুৱাৰ এৰি হাবিলৈ পলাল।

## ত্ৰয়োদশ অধ্যায়

### পমীলাৰ দৌত্য

শান্তিৰাম ভকতে লক্ষ্মীকান্ত ডেকা বৰুৱাক যুগীৰ পামত দেখি আহিবৰ পিছদিনা পমীলাই দুপৰীয়া খাই বৈ উঠি মনোমতীৰ ঘৰত সোমাই নিজৰ পেৰাৰ পৰা ধুনীয়া ধুনীয়া কানিকাপোৰ বিলাক উলিয়াই পিন্ধিলে। দাপণ চাই এডালো চুলি ইফাল সিফাল নোহোৱাকৈ মূৰটো মেলালে। কপালত এটা সেন্দুৰৰ ফোট ললে। কৰ্পূৰেৰে সৈতে তামোল এখন খাই ওঁঠ দুটি টিকৃটিকীয়া ৰঙা কৰিলে। পেৰাৰ পৰা অলঙ্কাৰ উলিয়াই পিন্ধিলে। হাতৰ আঙ্গুলিত ভাল ভাল বাখৰ-পতোৱা আঙঠি পিন্ধিলে। গলত গলপতা ললে। হাতত মুঠিখাৰু ললে ; কাণত নতুন কৰিয়া এযোৰ আৰিলে আৰু এইদৰে পিন্ধি উৰি সখীয়েকৰ ওচৰলৈ গৈ কলে—“সখি ! মই যাওঁ।” মনোমতীয়ে সুধিলে—“সখি ! কলৈনো যোৱা ?”

পমীলা—“সখি ! ভালকৈ ভাবি চোৱাঁচোন।”

মনোমতী—“ছিঃ তোমাৰ কথা বতৰা ভাবিলে লাজ লাগে।”

পমীলা—“মুখতেহে কৈছুঁা চাগৈ। বাৰু তুমি থাকাঁ মই যাওঁ” —এইবুলি পমীলা ঘৰৰ ভিতৰৰ পৰা ওলাল আৰু শান্তিৰাম ভকতৰ বহালৈ আহি শান্তিৰাম ভকতক লগ ধৰি কলে—“আতৈ ! আহক।” পমীলাৰ এই কথা শুনি শান্তিৰাম ভকতে সুধিলে—“কলৈ যাব লাগে পমীলা ?”

পমীলা—“কিয় ! কালি আপুনি কোৱা নাইনে মই ডেকা বৰুৱাক লগা ধৰিব লাগে ?”

শান্তিৰাম—“তুমিয়েই যোৱাঁ । মোকনো কেলেই লাগিছে ?”

পমীলা—“আতৈ ! মই তিৰীমতি । মইনো অকলৈ কেনেকৈ যাওঁ ? মই আপোনাক মোৰ আশ্ৰয় কৰি লৈ যাব খোজোঁ ।”

শান্তিৰাম—“বাৰু ! তেন্তে মই ওলাওঁ ।”

এই বুলি কৈ শান্তিৰাম ভকত কানি-কাপোৰ পিন্ধি পমীলাৰ লগত ওলাল আৰু দুইও যাবলৈ ধৰিলে । কিছুমান বাট গৈ পমীলাই শান্তিৰামক সুধিলে—“আতৈ ! ডেকা বৰুৱাৰ মনটো সমুলি আমাৰ সখীত মজিছেনে ?”

শান্তিৰাম—“এৰা । মই তেনেকুৱা যেন পাই আহিছোঁ । এতিয়া তুমি বা কেনে পোৱা কব নোৱাৰোঁ ।”

পমীলা—“মই দেখিলেহে লেখিম ।”

শান্তিৰাম—“এৰা । তোমাৰ নামেই হৈছে চিত্ৰলেখী ।”

পমীলা—“আপুনি এতিয়া সেইবিলাক কথা এৰক । কওকচোন যুগীৰ পামত আৰু আন কিবা কথা বতৰা শুনি আহিলনে ?”

শান্তিৰাম—“মই শুনি আহিলোঁ মান হেনো ভটিয়াই আহিব লাগিছে আৰু হলকান্ত বৰুৱাই হেনো মানক ৰণ দিবলৈ গৈছে ।”

পমীলা—“আতৈ ! আমাৰ বৰুৱাৰ দেখোন একো উমঘামেই নাই । মোৰ মনত এনেহে লাগিছে যে অলপতে আমাৰ

এইবিলাকত কিবা এটা ঘোৰ বিপদ হব। আমাৰ এইবিলাক কথা জানো জনাই বৰুৱাক সাজু কৰা যুগুত নহয় ?"

শান্তিৰাম—"এৰা! বৰুৱাক এইবিলাক কথা জনোৱা উচিত। মই আজি গধূলি তেওঁক এইবিলাক কথা জনাম।"

পমীলা—"হয় আতৈ! এইটো বৰ বিপদ হব। এতিয়া আহক। ডেকা বৰুৱাই কিজানি মোৰ লগত আপোনাকো দেখিলে মন ভাঙি কথা নকয় সেই দেখি মই অকলৈ সেই কদম গছ জোপাৰ তলত থিয় দি থাকিম। আপুনি অলপ আঁতৰত থাকিব।"

শান্তিৰাম—"ভাল বাৰু।"

এই কথাবতৰাৰ মূৰতে দুইও কদম গছৰ তল পালেগৈ। তাতে পমীলা বহি ৰ'ল। শান্তিৰাম ভকতে মানাহৰ পাৰলৈ গৈ গড়াৰ আৰ হৈ বহি থাকিল।

ইফালে লক্ষ্মীকান্ত ডেকা বৰুৱাই সেই দিনাখন ভাটিবেলীয়া মাক আৰু ভনীয়েকক "মই গাৱঁৰ পৰা ফুৰি আহোঁ আৰু সৈন্য-সামন্ত ঠিক কৰি থৈ আহোঁ" বুলি কৈ আৰু লগত এটা তেওঁৰ বিশ্বাসী মানুহ লৈ আহিল। তেওঁ যেতিয়া ঘৰৰ পৰা ওলাই আহে তেতিয়া তেওঁৰ বাপেকে চেঙ্গাৰ পৰা পঠোৱা সেই মানুহ যোৰা আহি পোৱা নাছিল। সেই কালত আজিকালিৰ দৰে আলি পতুলি নাছিল। ই গাৱঁৰ পৰা সি গাৱঁলৈ যাবলৈ হাবিৰ মাজেদি একোটা সৰু সুৰ-সুৰীয়া বাট মাথোন আছিল। আৰু এনেবিলাক বাটেৰে আহিবলগীয়া হোৱাত হলকান্ত বৰুৱাৰ মানুহ

ঘোৰাৰ ভালেখিনি পলম হৈছিল। মান যে ইমান্ সোনকালে আহি পাব এই কথাৰ গম নেপাই হে আজি ডেকা বৰুৱাই একো শঙ্কা নকৰাকৈ বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ওচৰলৈ আহিছিল।

এইদৰে আহি যেতিয়া কদম গছৰ ওচৰ চাপিল তেতিয়া তেওঁ তেওঁৰ মানুহটোক অলপ আঁতৰত থাকিব দি পমীলাৰ কাষলৈ আহিল। বাটত আহোঁতে তেওঁ পেটতে অনেক কথাবতৰা আলচি আহিছিল; কিন্তু যেতিয়া পমীলাৰ ওচৰ চাপিল তেতিয়া তেওঁ লাজতে সকলোবিলাক কথা পাহৰিলে। কি কব, কেনেকৈ কথা বতঁৰা পাতিব তেওঁ ইয়াৰ একোকে থিৰ কৰিব নোৱাৰিলে। এনেতে তেওঁৰ ভাব বুজি চতুৰী পমীলাই মাত লগালে— "ডাঙৰীয়া! আপুনি মোক লগ পাব খুজিছিল নে?"

লক্ষ্মীকান্ত—"এৰা।"

পমীলা—"সকাম বা কি?"

লক্ষ্মীকান্ত—"সকামৰ কথা কম। তুমিয়েই নে মনোমতীৰ সখী?"

পমীলা—"হয়।"

লক্ষ্মীকান্ত—"মনোমতীৰ বৰ ভাগ্য যে তেওঁ তোমাৰ নিচিনা এজনী সখী পাইছে।"

পমীলা—"মোৰ গাত এনে কোনো গুণ নাই যে মই মনোমতীৰ নিচিনা এজনা গাভৰুৰ সখীৰ যোগ্যা হব পাৰোঁ। তেও যে তেওঁ মোক সখী বুলি মাতে এইটো তেওঁৰ মহতালিৰহে চিন।"

লক্ষ্মীকান্ত—“তুমিনো মনোমতীৰ সখীৰ যোগ্যা কেলেই হব নোৱাৰা ? যাৰ সখীয়েকলৈ ইমান চেনেহ, সখীৰ সুখেই যাৰ সুখ, সখীৰ দুখেই যাৰ দুখ, এনে এজনী সখীনো মনোমতীৰ কেনেকৈ এলাগী হব ? মোৰ বৰ ভাগ্য যে তোমাৰ নিচিনা এজনা গাভৰুৰ আগত মোৰ মনৰ দুখ কব পাৰিম ।”

পমীলা—“আপোনাৰ ধন, জন, যৌবন সকলো আছে। ইমানতোনো আপনাৰ দুখ কিহৰ ?”

লক্ষ্মীকান্ত—“অকল ধন-জনেই যদি মানুহক সুখী কৰিব পাৰিলেহেঁতেন তেন্তে সংসাৰত ভালেমান মানুহ সুখী হ’লহেঁতেন। কিন্তু কতা পৃথিবীত বালিচাঁহীৰ পৰা গজহস্তীলৈকে কেৰে দেখোন সুখী নহয়।”

পমীলা—“আপোনাৰনো দুখৰ কাৰণ কি ?”

লক্ষ্মীকান্ত—“যদি শুনি বেজাৰ নোপোৱা তেন্তে কওঁ শুনা। ইমান দিনে মোৰ হৃদয়ত একো নাছিল ; কিন্তু আজি কিছুমান দিনৰ পৰা মোৰ অন্তৰখনত এটি মূৰ্ত্তিৰ চিন বহিছে। সেই চিন দেখোন মচা নেযায়। অতি যত্ন কৰিও দেখোন পাহৰিব নোৱাৰেঁা।”

পমীলা—“আপুনি আগলৈ উঠি আহিছে ; এই সময়ত অৱশ্যে কোনোবা প্ৰীতিৰ বস্তুৰ মূৰ্ত্তি আপোনাৰ হৃদয়ত অঙ্কিত হব পাৰে ; কিন্তু মোকনো মতাৰ সকাম কি ? মই জানো সেই মূৰ্ত্তি আঁতৰাই দিব পাৰিম ?”

লক্ষ্মীকান্ত—“তোমাক লগপোৱাৰ সকামেই আহিছোঁ।

তুমি মোক মূৰ্ত্তিটো মচি দিব নালাগে। মই অতি যতনেৰে তাক বুকুৰ তলিত লুকুৱাম।”

পমীলা—( মিচিকিয়াই হাঁহি ) “বাৰু সেই মূৰ্ত্তিটোনো কাৰ কওকচোন।”

লক্ষ্মীকান্ত—“যদি শুনাত বেজাৰ নোপোৱা তেন্তে কওঁ শুনা। সেই মূৰ্ত্তিটী তোমাৰ সখী মনোমতীৰ।”

লক্ষ্মীকান্তৰ এই কথাত পমীলাই অলপ তলৈলৈ মূৰ কৰিলে ; তাৰ পাছত কলে—“ডাঙৰীয়া! আপুনি অলপ ভাবিচিন্তি কথা কব। আমি তিৰুতাজাতি সহজেই অজলা। অলপ কথাতে আমি ভোল যাওঁ। আমাক যেয়ে সেয়ে অলপ কথাতেই বশ কৰি শেহত দুখত পেলায়।”

লক্ষ্মীকান্ত—“তুমি মোক শঠ বা প্ৰতাবক বুলি বিবেচনা নকৰিবা। আকাশত চন্দ্ৰ সূৰ্য্য থাকে মানে এইটো বঢ়িয়াকৈ জানিবা লক্ষ্মীকান্তৰ কথাৰ লৰচৰ নহয়। ওপৰৰ দেৱতা সকলক মই আজি সাখি কৰিলোঁ এই জনম থাকে মানে মই মনোমতীত বাজে আন কাকো নাভাৱোঁ। যদি ইয়াৰ বিপৰীত কৰোঁ তেন্তে ইন্দ্ৰৰ চৰগ যেন মোৰ মূৰত পৰে।

পমীলা—“ডাঙৰীয়া। আপুনি ইমান মহৎ অঙ্গীকাৰ কৰিব নেলাগিছিল। আপুনি নেজানেনে আপোনাৰ দেউতা আৰু আমাৰ বৰুৱা দুইৰো ভিতৰত মনোবাদ আছে। আপোনাৰ আৰু মোৰ সখীৰে জনসমাজৰ নিয়ম মতে বিয়া হব এইটো আশা কৰিব পাৰেনে? যদি নোৱাৰে, তেন্তে অনাহকতে আপোনাৰ

মনটোক দুখ দিব লাখিছে কেলেই ? মই খাটিছোঁ আপুনি মোৰ সখীক পাহৰক।”

লক্ষ্মীকান্ত—“মই এই বিষয়ে ভালেমান ভাবিচিন্তি চাইছোঁ। মোৰ মনে নেমানে। মই পাহৰিব নোৱাৰোঁ আৰু আগলৈকো নোৱাৰিম। তেওঁৰে মোৰে যে বিবাহ হব ইওটো বৰকৈ আশা কৰিব নোৱাৰোঁ যদিও জাতে কুলে একো বাধা নাই। তেওঁ দেখোন মোৰ তেওঁক ভাল পাবলৈ মন যায়। তেওঁক যেন সদায় চকুৰ আগতে ৰাখিম। তুমি অনুগ্ৰহ কৰি মোৰ মনৰ কথাবিলাক তেওঁক জনাবা। কাইলৈ মই মানৰ যুঁজলৈ যাম। সেই যুঁজত মৰোঁৱেই নে বাচোঁৱেই কব নোৱাৰোঁ। বাচোঁ যদি মই অহো-পুৰুষাৰ্থ কৰিও মনোমতীক পাবলৈ চেষ্টা কৰিম। মৰোঁ যদিও যুঁজৰ থলিত তেওঁৰ নাম লৈয়েই মৰিম। মোৰ মনত তেওঁক এবাৰ চকুৰ আগত দেখিবলৈ আৰু তেওঁৰ মিঠা মাত শুনিবলৈ হেপাহ ৰ’ল।”

পমীলা—“আপুনি দেখোন বিৰস মনেৰে কথাবিলাক কবলৈ ধৰিলে। কিবা দেখোন যুঁজলৈ যোৱা কথাও কলে। কিহৰ যুঁজলৈ বা যাব ?”

লক্ষ্মীকান্ত—“কিয় ! তোমালোকে বুজ পোৱা নাইনে মান ভটিয়াই আহিব লাগিছে। তোমালোকৰ বৰুৱাইনো একো গম পোৱা নাইনে ?”

পমীলা—“আমি একো গম পোৱা নাই। সঁচাসঁচিকৈয়ে মান ভটিয়াই আহিছেনে কি ?”

লক্ষ্মীকান্ত—“মান সঁচাসঁচিকৈয়ে ভটিয়াই আহিছে। আমাৰ দেউতা পৰহিয়েই গ’ল। মইও কাইলৈ ৰণুৱা দুহেজাৰ লৈ যাব ওলাইছোঁ।”

পমীলা—“আমাৰ বৰুৱাৰ দেখোন একো উমঘামেই নাই। মই এটা কথা খাটোঁ।”

লক্ষ্মীকান্ত—“কি কথা কোৱাঁ।”

পমীলা—“আপুনি আজি ঘৰলৈ উলটি যাব নালাগে। আমাৰ বৰুৱাৰ হাউলিলৈ আহক। তাতে যদি স্থবিধা কৰিব পাৰোঁ আৰু আপুনি বেয়া নেপায়, মই মোৰ সখীক আপোনাক এবাৰ দেখুৱাম। নিশা চাই দাঁড় এঠাইত আমাৰ হউলিতে থাকিব। কালি প্ৰাতসতে মই আপোনাক আমাব বৰুৱাৰ আগ কৰি দিম।”

লক্ষ্মীকান্ত—“তোমালোকৰ বৰুৱাক আগকৰি দিয়াৰ নো উদ্দেশ্য কি?”

পমীলা—“উদ্দেশ্য আছে। আমাৰ বৰ নগৰীয়া বৰুৱাৰ তেৰ চৈধ্য হেজাৰ বলবান কোঁচ সৈন্য আছে। বৰুৱা নিজে ভাল যুঁজাৰু বীৰ নহয়। আৰু তেওঁৰ সেই সৈন্যৰ সেনাপতি তিনিজনো সেই। আপুনি নিজে কৈছে আপুনি মানৰ লগত যুঁজ দিবলৈ যাব। যদি যুঁজ দিবলৈ যোৱা হয় বা ইয়াতে মানৰ হাতৰ পৰা আপোনালোকৰ গাওঁ ৰক্ষা কৰিবলৈ মান আহিলে ৰণ দিব খোজে তেন্তে আপুনি আপোনাৰ নিজৰ দুহেজাৰ সৈন্যৰ লগত আমাৰো তেৰ চৈধ্য হেজাৰ ৰণুৱা লগ কৰি লৈ যুঁজ দিয়ক। মই বৰ নগৰীয়া বৰুৱাক কৈ যেনে তেনে সৈন্য দিব পাৰিম।”

লক্ষ্মীকান্ত—“কিন্তু বৰনগৰীয়া বৰুৱাই মোক তেওঁৰ শত্ৰুৰ পুতেক বুলি নিঘিণাবনে ?”

পমীলা—“আমাৰ বৰুৱা তেনে মনৰ মানুহ নহয়, এইটো মই ডাঠকৰি কব পাৰোঁ। তেওঁ কেৱল অলপ শোপাঢিলা বিধৰ মানুহ। এই সময়ত আৰু এই সুবিধাতে আপোনালোকৰ ঘৰে আৰু আমাৰ ঘৰে মিল হবলৈকো বৰ ভাল হৈছে। মই আজি ৰাতিয়েই বৰুৱাক সকলো বিলাক কথা জনাই সকলো থিৰ কৰি থম। কালি ৰাতিপুৱাই আপোনাক আগ বঢ়াই দিম।”

লক্ষ্মীকান্ত—“কিন্তু নিশা মই ইয়াত থাকিম বুলি দেখোন কৈ অহা নাই।”

পমীলা—“আপোনাৰ লগৰ মানুহটোৰ আগত কৈ পঠাওঁক আপুনি সৈন্য-সামন্ত গোটাবৰ নিমিত্তে ৰাতি গাৱঁতে ৰ'ল।”

পমীলাৰ এই কথাত লক্ষ্মীকান্তৰ মনত দুটি ভাব আহি উপস্থিত হ'ল। তেওঁৰ এক ভাব হ'ল যে তেওঁক যেতিয়াই বাপেকে নিজৰ গাওঁখন ৰক্ষা কৰিবলৈ এৰি থৈ গৈছে, তেনেস্থলত সেই গাওঁ এৰি ৰাতি আন ঠাইত থকাটো উচিত নহয়। তেওঁৰ দ্বিতীয় ভাব হ'ল যে তেওঁ যদি এই সুবিধাতে মনোমতীক চাই নলয় তেন্তে কিজানি তেওঁ আৰু এনে সুবিধা নেপায়েই। এই দুটি ভাবে তেওঁৰ মনক অস্থিৰ কৰিলে। কিন্তু তেওঁ যেতিয়া ভাবিলে যে মনোমতীক দেখা পোৱাৰ লগে লগে বৰনগৰীয়া বৰুৱাৰ ঘৰে সৈতে মিল হবৰ সম্ভৱ আছে আৰু তেওঁৰ পৰা তেৰ চৈধ্য হেজাৰ সৈন্যও পাবৰ আশা আছে ; তেতিয়া, তেওঁৰ

বৰনগৰীয়া বৰুৱাৰ হাউলিলৈ যাবলৈ ইচ্ছাটো বৰ বলবতী হ'ল। তেওঁ পমীলাৰ কথাৰ উত্তৰ দিবলৈ মন কৰোঁতেই চতুৰী পমীলায়ে কলে—"আহক!—কোনো চিন্তা নকৰিব। আপুনি ক'তো অথলত নেথাকে।" এই কথা কৈয়েই পমীলাই ডেকা-বৰুৱাৰ লগৰ মানুহটো মাতি আনি কলে—"ককাই! তই ঘৰলৈ উলটি যা। আই মাতৃক কবিগৈ বপাই সৈন্যবিলাকক থুপ খুৱাই ৰাতিপুৱাই লৈ যাবৰ নিমিত্তে নিশাটো গাৰঁতে ৰ'ল।" পমীলাৰ এই কথাত ডেকা বৰুৱাৰ সেই মানুহটো ঘৰলৈ উলটিল। ডেকা বৰুৱাই মন্ত্ৰমুগ্ধ (১) মেৰছাগৰ দৰে পমীলাৰ পাছে পাছে গ'ল। গড়াৰ আৰৰ পৰা শান্তিৰাম ভকত আহি লগ লাগিল আৰু তাৰ পাছত তিনিও বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ফালে বাট ললে।

# চতুৰ্দ্দশ অধ্যায়

**অহম-বঙাল**

হলকান্ত বৰুৱাক মানহঁতে নি যেতিয়া সিহঁতৰ সেনাপতিৰ আগ কৰিলে তেতিয়া মানৰ সেনাপতি মিঙ্গিমাহাই তাৰ চকু দুটা ওৰফুল যেন ৰঙা কৰি হলকান্তক সুধিলে—"তই কোন? কেলেই মোৰ নাওখন ৰাখিবলৈ কৈছিলি?" হলকান্ত বৰুৱাই তাৰ এই কথাত উত্তৰ দিলে—"সেনাপতি! মোৰ নাম হলকান্ত বৰুৱা। মই বৰপেটাত থাকোঁ। তুমি ভটিয়াই আহিছা বুলি শুনি মই তোমাক বৰিব আহিছোঁ।"

মিঙ্গিমাহা—"মোকনো বৰাৰ সকাম কি?"

হলকান্ত—"মই তোমাৰ মিতিৰ হব খোজোঁ।"

হলকান্ত বৰুৱাৰ এই কথাত নাৱৰ গোটেইবিলাক মানেই হোঁ হোঁ কৰি হাঁহিবলৈ ধৰিলে; তাৰ পাছত টেঙ্গুলা নামেৰে মানটোৱে কলে—"এই বান্দৰটোৰ কথা শুনহঁক অ। ই এতিয়া মৰিবলৈ ভয় কৰি কাওবাৱনি লগাইছে। সেনাপতিয়ে আদেশ কৰিলে মই ইয়াৰ বুকু ফালি তেজ পিব পাৰোঁ।"

মিঙ্গিমাহা—"টেঙ্গুলা! অলপ পৰ মনে মনে থাক। মই ইয়াক কথা বতৰা সোধোঁ।"

সেনাপতিৰ এই কথাত টেঙ্গুলা মনে মনে থাকিল। তাৰ পিছত মিঙ্গিমাহাই হলকান্তলৈ চাই কবলৈ ধৰিলে—"মোকনো বৰাৰ সকাম কি? কিবা অভিপ্ৰায় আছে হবলা?"

হলকান্ত—“সেনাপতি! তুমি মোক তোমাৰ লগৰীয়া পাতি ললে তোমাক মই এনেদৰে যুঁজ জিকাই ফুৰিম যে তুমি তেতিয়াহে জানিবা মই তোমাৰ কিমান উপকাৰী?”

মিঙ্গিমাহা—“কিয়! মই অকলৈ যুঁজ জিকিব নোৱাৰিমনে?”

হলকান্ত—“সেনাপতি! তুমি আমাৰ এই কামৰূপখনক ইমান দুৰ্ব্বলী বুলি নাভাবিবা। ইয়াৰ মানুহবিলাক বৰ সাহিয়াল। বিশেষ আমাৰ এই খণ্ডত এজন বৰ ডাঙৰ মানুহ আছে। মোৰ নিচিনা মানুহ এটাক তুমি মিতিৰ পাতি নললে যুঁজ জিকি ফুৰিব নোৱাৰিবা।”

হলকান্ত বৰুৱাৰ এই কথাত টেঙ্গুলা নামেৰে মানটো উঠি আহি কলে—“এই কুকুৰটোৰ কথাবোৰ শুনহঁক অ। মাৰিমনে কি ইয়াৰ মূৰত এটা লাঠি।” এই বুলিয়েই টেঙ্গুলাই গিৰিস্ কৰে হলকান্তৰ মূৰতে গোৰ একা মাৰি দিলে। গোটেইবিলাক মানেই তাৰ এই কথা দেখি হোঁ হোঁ কৰি হাঁহিবলৈ ধৰিলে। ইমান লাজ আৰু অপমান পাই হলকান্ত বৰুৱাইও মৰণলৈ আশা এৰি একেচাবে উঠি টেঙ্গুলাৰ বুকুত গোৰ এটা মাৰিলে; তেতিয়াই মান আৰু অহম দুইৰো হতাহতি লাগিল। দুইও বুকে বুকে হাতে হাতে গবাগবি কৰি পানীত পৰিল; এনেতে চাৰি পাঁচোটা মানে দুইকো পানীৰ পৰা টানি তুলি যুঁজখন এৰুৱাই দিলে। দুইও তিতিবুৰি জুৰুলি জুপুৰি হ'ল; এনেতে মিঙ্গিমাহাই হলকান্তক ওচৰলৈ মাতি নি পিন্ধিবলৈ কাপোৰ এযোৰ দি কলে—“অহম! তোৰ সাহ আছে। তই মোৰ মিতিৰ হবৰ

যোগ্য। বাৰু এই কাপোৰ পিন্ধ। আজিৰ পৰা তই মোৰ সখি হলি।” হলকান্ত বৰুৱাই কলে—“সেনাপতি! তুমি আগতে থাকি তোমাৰ সেই মানটোৰ হতুৱাই মোক ইমান অপমান দিয়াব নেলাগিছিল। মইও এক খেলৰ বৰুৱা! মোৰো সৈন্য সামন্ত আছে।” মিঙ্গিমাহা—“সখি! আমাৰ মানৰ দস্তুৰেই এই যে যি অহমীয়া মানুহে আমাৰ দোৱনীয়া হবলৈ আহে আমি আগেয়ে এইদৰে তাৰ সাহপিতটো চাই লওঁ। মই দেখিলোঁ তোমাৰ সাহ আছে। এতেকে তুমি আজিৰ পৰা মোৰ মিত্তিৰ হলা। মই তোমাক সকলো কথাকে শুধি পুচিহে কৰিম।” সেনাপতিৰ এই বুজনিত হলকান্ত বৰুৱা মনে মনে থাকিল। এনেতে নাৱৰ মানহঁতে সেনাপতিক কবলৈ ধৰিলে—“সেনাপতি! আমাৰ বৰ ৰং লাগিছে আমি আকৌ তোমাৰ এই সখিটোক লগত লৈ যুঁজ কৰিব পাৰিম।” সেনাপতিয়ে কলে—“এৰা!”

মানহঁতে তেতিয়া আনন্দৰ উলাসতে নাৱৰ ওপৰতে জপিয়াই জপিয়াই নাচিবলৈ ধৰিলে। এইদৰে নাওবিলাক অলপ দূৰ গৈয়েই গধূলি হ’লত চেঙ্গাৰ ঘাটত চাপিল। নাৱৰ পৰা মানহঁত নামিল। সেনাপতিয়ে আদেশ কৰিলে—“ভাইহঁত। আহ আজি আমি এই নৈৰ বালিতে আমাৰ সখিক লৈ ৰঙ ধেমালি কৰোঁ।” সেনাপতিৰ এই আদেশ পাই মানহঁতে হলকান্ত বৰুৱাক মাজত লৈ নৈৰ বালিত ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। মিঙ্গিমাহাই তেওঁৰ এটা জপাৰ পৰা ফটিকা উলিয়ালে। পোনেই নিজে এবাটি খালে। তাৰ পাছত তেওঁৰ গাভৰুজনীক খুৱালে;

তাৰ পাছত হলকান্ত বৰুৱাক এবাটি যাচিলে। হলকান্ত বৰুৱাই কলে—“সেনাপতি! তুমি যদি মোক তোমাৰ আচলকৈ সখি বুলি লৈছা তেন্তে তুমি মোক এইবিলাক খাবলৈ দি মোৰ জাতটো নামাৰিবা। মোক মোৰ নিজৰ দস্তুৰ মতে থাকিবলৈ দিবা।” হলকান্তৰ এই কথাত সেনাপতিয়ে মুখৰ ভিতৰতে “অহমীয়া ভূত” বুলি গালি পাৰি মনৰ খঙ মনতে সামৰি হলকান্তক কলে—“বাৰু সখি! তোমাৰ জাত নামাৰোঁ; কিন্তু সম্প্ৰতি আমাৰ খাবৰ একো নাই। কি দিহা কৰোঁ?” হলকান্তই কলে—“সখি! তুমি মোৰ লগত ৰণুৱা দিয়াঁ, মই সৌ গাওঁখনৰ পৰা যি পাওঁ আনো।” হলকান্তৰ এই কথাত মিঙ্গিমাহাই তেওঁক এশ অস্ত্ৰধাৰী মান দিলে। হলকান্ত বৰুৱাই সেই সৈন্য লৈ গৈ গাৱঁত সোমাই গাৱঁলীয়াবিলাকে এৰি থৈ যোৱা ঘৰবিলাকৰ—দুৱাৰ-ঘৰ ভাঙি যতে যি পালে লুটি লৈ নাৱলৈ আহিল। তেতিয়া নৈৰ বালিতে মানহঁতে ৰন্ধাবঢ়া কৰি কৰি মদেভাতে খাই ৰাতি যেয়ে যতে পালে ততে নাৱে আৰু নৈৰ বালিয়ে পৰি পৰি ৰ'ল।

# পঞ্চদশ অধ্যায়

## ৰাজধালী পমীলা

কদম গছৰ তলৰ পৰা পমীলা, শান্তিৰাম ভকত, আৰু লক্ষ্মীকান্ত ডেকা বৰুৱা, তিনিও আহি প্ৰায় সাজ লাগোঁতে বৰুৱাৰ হাউলি পালে। তাতে শান্তিৰাম ভকতে আৰু পমীলাই আলচ কৰি লক্ষ্মীকান্ত ডেকা বৰুৱাক শান্তিৰাম ভকতৰ বহাত নি সুমালে। পমীলা গড়ৰ ভিতৰলৈ গ'ল; শান্তিৰাম ভকতে লক্ষ্মীকান্ত ডেকা বৰুৱাক কাবৌ-কোকালি কৰি আৰু নিজে আলপইচান ধৰি চাইটা ভাত ৰান্ধিবলৈ দিলে। লক্ষ্মীকান্ত ডেকা বৰুৱাইও ভকতৰ কথা পেলাব নোৱাৰি দুখে কষ্টে চাইটা ভাত ৰান্ধি খালে। তেওঁৰ পাছত শান্তিৰাম ভকতেও ৰন্ধা বঢ়া কৰি চাইটা ভাত খালে। এইদৰে দুইও খাই বই উঠি মেল পাতিবলৈ ধৰিলে। লক্ষ্মীকান্তই সুধিলে—"আতৈ আপুনিনো আগৰ কৰ মানুহ?" শান্তিৰামে কলে—"বাপ! মই উজনিৰ ৰঙ্গপুৰৰ মানুহ।" লক্ষ্মীকান্ত—"আপুনিনো ইয়ালৈ কেনেকৈ আহিল?" শান্তিৰাম—"মই উজনিত মানৰ উপদ্ৰৱত পলাই আহিছোঁ। উজনি এৰি আহিবৰ আজি তিনি বছৰ হ'ল।" লক্ষ্মীকান্ত—"আপোনাৰনো উজনিত কোন কোন আছে?" শান্তিৰাম—"উজনিত মোৰ আৰু এতিয়া কেৱে নাই।" লক্ষ্মীকান্ত—"আপুনিনো এইখিনি কেনেকৈ পালেহি?" শান্তিৰাম—"বাটে বাটে তিনি মাহে খোজ কাঢ়ি আহি এইখিনি পোৱা হৈছে।"

লক্ষ্মীকান্ত—"আপুনিনো এওঁ বৰুৱাৰ লগ লাগিল কেনেকৈ? আপুনি দেখোন আমাৰ লগ লাগিব লাগিছিল। আপুনিও উজনীয়া আৰু আমিও আগৰ অহমীয়া মানুহ।" শান্তিৰাম—"বপা! মই গুৱাহাটীৰ পৰা ইয়ালৈ আহি বৰপেটাৰ থানত কেৰলীয়া হাটীত দুবছৰ থাকোঁ। তাৰ পাছত গল বছৰি মই এওঁ বৰুৱাৰ নাম শুনি এওঁৰ ইয়ালৈ ভিক্ষা মাগিবলৈ আহোঁ। আপোনাৰ আগত কালি গোৱাৰ দৰে এওঁক মই গীত গাই শুনাওঁ। কি কথা কব নোৱাৰোঁ বৰুৱাই দেখোন মোৰ গীত পদ শুনি মোক আৰু আন ঠাইলৈ যাব নিদিলে। মৰম কৰি মোক এই ঘৰযোৰ সজাই দিছে। সদায় মোক পোহপাল দি যত্ন কৰি ৰাখিছে। তেওঁৰ মৰমত বন্দী হৈ মই আৰু আন কলৈকো যাব নোৱৰা হৈছোঁ। মই সদায় তেওঁক গধূলি গধূলি গীত পদ গাই শুনাব লাগে। এইয়ে হৈছে মোৰ বাব। আৰু মান পৰৰ মূৰত তেওঁৰ খোৱাবোৱা হৈ উঠিলেই মোক মতাই পঠাব।" এইদৰে লক্ষ্মীকান্ত ডেকা বৰুৱাই আৰু ভকতে কথা বতৰা পাতিবলৈ ধৰিলে।

ইফালে পমীলাই ডেকা বৰুৱাক শান্তিৰাম ভকতৰ বহাত থৈ আহি গড় সোমাই মনোমতীৰ ঘৰলৈ গ'ল। পমীলা যি সময়ত মনোমতীৰ ঘৰ সোমাইছিল সেই সময়ত মনোমতীয়ে তেওঁৰ শোৱা খোটালিত বহি বটাত তামোলচালি কাটিবলৈ ধৰিছিল; এনেতে পমীলা গৈ পালে। পমীলাক দেখিয়েই মনোমতীয়ে তামোল কাটিবলৈ ক্ষন্তেক পৰ এৰি সুধিলে—

"সখি! আহিলানে, দেখোন বৰ পলম কৰিলা। তুমি কি কৰা, ক'ত ফুৰা তাক আৰু আমি বুজিবই নোৱাৰোঁ।" পমীলা—"সখি! বুজিব নোৱাৰিবাইতো। সখি! এটা কথা সোধোঁ। ভাত হলনে?" মনোমতী—"ভাত হৈছে। কিন্তু দেউতাই গা ধোৱা নাই।" পমীলা—সখি! তুমি বহা তামোল কাটা। মই আইদেউতাৰ তাৰ পৰা আহোঁ।" মনোমতী—"তোমাৰ দেখোন ততেই নাই। একো দেখোন কথা বতৰাই নহলা। তুমি আজিকালি মোক ভাল নোপোৱা হবলা। সেই দেখিছে আমাৰ আগত কথা কবলৈ ঘিণ কৰা।" মনোমতীৰ এই কথাত পমীলাই চেনেহ চকুৰে মনোমতীলৈ ক্ষন্তেক পৰ চাই তাৰ পাছত মনোমতীক আকোৱালি ধৰি চুমা এটি খাই কলে—"সখি! তুমিয়ে সৈতে মোৰ ভালেমান কথা বতৰা আছে। আমি খাই বৈ উঠি ছুয়ো আজি ফুলনিলৈ জুৰ লবলৈ যাম দিয়া। তাতে জুৰো লম আৰু কথা বতৰাও হম।" এইদৰে মনোমতীক প্ৰবোধ দি পমীলা বৰুৱাৰ ঘৰৰ ফাললৈ গ'ল আৰু তাত বৰুৱানীক দেখা কৰি ৰান্ধনি ঘৰৰ ফাললৈ গৈ দেখিলে ভাত হৈছে। বৰুৱাও গোঁসাই ঘৰত সোমাই নাম লবলৈ ধৰিছে। ইবিলাক বেটী-বন্দী সকলোৱে খোৱা লোৱাৰ ঠাই অতোৱা ইত্যাদি কাৰবাৰত উখল মাখল লগাইছে। তেওঁ বৰুৱানীক "আইদেউতা! মই অলপ আহোঁ" বুলি বিদায় লৈ গড়ৰ ভিতৰৰ পৰা ওলাই একেবেলিয়ে শান্তিৰাম ভকতৰ বহালৈ আহিল আৰু তাত শান্তিৰাম ভকতকে আৰু ডেকা বৰুৱাকে

বহি কথা বতৰা পাতি থকা লগ পাই শান্তিৰাম ভকতক একাষৰীয়া কৰি মাতি নি কাণৰ কাষত অলপ কিবাকিবি কৈ লক্ষ্মীকান্ত বৰুৱাক কলে—"দেউতা! মোৰ লগত আহক। সকাম আছে।" লক্ষ্মীকান্তই পমীলাৰ এই কথাত একো উত্তৰ নিদি মন্ত্ৰমুগ্ধ এটি ভেড়াৰ দৰে পমীলাৰ পাছে পাছে গ'ল। পমীলাই তেওঁক এটি দুটিকৈ তিনটি গড় পাৰ কৰাই নি মনোমতীৰ ফুলনিত সুমুৱালে আৰু ফুলনিখন দেখুৱাই শেহত নি জুৰ লোৱা ঘৰটোৰ পচিমৰ খোটালিটোৰ ভিতৰত থকা শয্যাখনত বহুৱাই কলে—"দেউতা! ইয়াতে জুৰ লৈ বহি থাকক। সেই পোনে বটাতে তামোল আছে খাওক। ভাগৰ লাগিছে যদি শয্যাতে শোৱক। আজি নিশালৈ আপুনি নিৰ্ব্বিঘ্ন মনৰে এই ঘৰতে শোৱক। মই এতিয়া আহোঁ।" এই বুলি লক্ষ্মীকান্তক সকলো যতন কৰি দি বঢ়াই বুজাই থৈ পমীলা ঘৰলৈ আহিল। তেওঁ এইবাৰ ঘৰ পাই দেখিলে বৰুৱাৰ খোৱা শেষ হৈ গৈছে আৰু বৰুৱা মেলচৰালৈ ওলাই গৈছে। তেতিয়া তেওঁ, মনোমতী, বৰুৱানী এটাইবিলাকেই খোৱা বোৱা কৰিলে। আৰু এটাই বিলাকেই খাই বই উঠি বৰুৱানীৰ শোৱা খোটালিত আহি বহিল। বৰুৱানীয়ে তামোল চালি কাটিবলৈ ধৰিলে। পমীলাই কলে—"আই দেউতা! আজি নিশাটো বৰ চিকণ। নেদেখিছে পূৰ্ণিমাৰ জোনটি কেনে ফটফটিয়াকৈ জ্বলিছে। আই দেউতাই অনুমতি দিলে আজি সখী আৰু মইয়ে আমাৰ ফুলনিত গৈ জুৰ লব খোজোঁ। আই দেউতাই জুৰ লবলৈ নে যায়নে?" পমীলাৰ

এই কথাত বৰুৱানীয়ে কলে—“পমীলা ! তোমালোক যোৱাঁ। মোৰ আজি তিনিদিন মানৰ পৰা কি হৈছে কব নোৱাৰোঁ। মোৰ দেখোন ভাত পানী খাবলৈ মন নেযায়। মাছ শাকত দেখোন, গোন্ধ পাওঁ। মোৰ টোপনিও বেছি হৈছে। টোপনিতে দেখোন উচাব খাই খাই উঠোঁ।” পমীলা—“আই দেউতা ! ই একো নহয়। জাৰকালটো গৈ জহ আহিছে। এই সময়ত প্ৰায় সকলোৰে এনেকুৱা হয়। নেদেখিছেনে আমাৰ সখীও আজি কেইদিন মানৰ পৰা খাব বব নোৱাৰি শুকাই গৈছে।” বৰুৱানী—“হব পাৰে পমীলা ! বাৰু তোমালোক যোৱাঁ। মই শোওঁগৈ।” এই বুলি বৰুৱানী লৰাই ছোৱালীয়ে শোৱা ঘৰলৈ গ’ল। পমীলা আৰু মনোমতী দুইও ফুলনিৰ ফাললৈ বাট ললে।

# ষোড়শ অধ্যায়

## নাৱত

মানহঁত সেই নিশা চেঙ্গা গাৱঁতে থাকি তাৰ পাছ দিনা ৰাতিপুৱাই আকৌ নাৱত উঠি চাউলখোৱা নৈৰে ভটিয়াবলৈ ধৰিলে। মিঙ্গিমাহাই হলকান্তক নাৱত তুলি ললে আৰু সুধিলে—"সখি! এই নৈৰে গৈ আমিনো ক'ত উঠিম?" হলকান্ত—"সখি। এই নৈৰে গৈ আমি বৰপেটা পাম।"

মিঙ্গিমাহা—"বৰপেটানো কিমান ডাঙৰ? তাতনো আমাৰে সৈতে কোনোবাই যুঁজ দিব পাৰিবনে?

হলকান্ত—"তাত তোমালোকৰ লগত যুজোঁতা কেৱে নাই। তাত সৰহ ধনবিতো নোপোৱা।"

মিঙ্গিমাহা—"তেন্তেনো আমি ক'ত ধৰিম গৈ?"

হলকান্ত—"সখি। বৰপেটাৰ পৰা মানাহ নামেৰে এটা নৈৰে উজাই গলে বৰনগৰ নামেৰে এডোখৰ ঠাইত "চণ্ডী বৰুৱা" নামেৰে এজন বীৰৰ দেশ পাবা। তেওঁৰ সৈন্য সামন্তও সৰহ আৰু ধনবিতো সৰহ। তেওঁক ধৰিব পাৰিলে লাভ হব। বিশেষ তেওঁক তোমালোকে যুঁজত ঘটুৱাই লব পাৰিলে আৰু ক'তো ভয় নেথাকিব।"

মিঙ্গিমাহা—"তুমি ভাল কৈছা। আমি তেন্তে বৰপেটাত নানামোঁ। পোনেই সেই বৰুৱাক গৈ ধৰিম।"

হলকান্ত—“এৰা। আজি আমি নাও মাৰি ওৰে দিনটো গলে আধাআধি বাট পাম। কালি ৰাতি গৈ তেওঁৰ গড় আক্ৰমণ কৰিব পৰা যাব। কিন্তু সখি! এটা কথা। যাওঁতে বাটতে “যুগীৰপাম” নামেৰে এডোখৰ পাই পাবা। সেই ঠাইডোখৰ মোৰ। তাত তুমি একো অন্যায় নকৰা যেন।”

মিঙ্গিমাহা—“তোমাৰ ঠাই হলেই মোৰ। তুমি ভয় নকৰিবা।”

এই দৰে কথা বতৰা পাতি মিঙ্গিমাহা সসৈন্যে হলকান্তক লগত লৈ ভটিয়াবলৈ ধৰিলে। হলকান্তই তেওঁ যে মিঙ্গিমাহাৰ দোৱনীয়া হৈ নিজৰ ঠাইলৈকে উলটি যাব লাগিছে এই সম্বাদ ঘৰলৈ পঠাব নোৱাৰিলে। মানহঁতে চেঙ্গাৰ পৰা নৈৰে ভটিয়াই আহোঁতে বাটতে নওগাওঁ প্ৰভৃতি ঠাইতো লুটপাট কৰি দেশ নগৰ উপান্ত কৰিলে।

# সপ্তদশ অধ্যায়

## ডেকা—গাভৰু

বৰনগৰীয়া বৰুৱানীৰ অনুমতি লৈ পমীলা মনোমতী দুয়ো হাতত ধৰাধৰি কৰি ফুলনি পালেগৈ। তাত দুয়ো জোনৰ পোহৰত পুখুৰীটোৰ পাৰত বহি পুখুৰীৰ পানীলৈ, নিৰ্ম্মল আকাশলৈ আৰু ফুলগছ বিলাকলৈ চাবলৈ ধৰিলে। এইদৰে কিছুমান পৰ দুয়ো প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰি মনোমতীয়ে কথা লগালে—"সখি! আজি ৰাতিটো কেনে চিকণ! চোৱাঁ-চোন সৌ জোনাবাইটী নীল আকাশখনত লক্ষ লক্ষ তৰাৰ মাজত কেনেকৈ জিলিকিব লাগিছে! সেই জোনৰ পোহৰত পুখুৰীৰ পানীবিলাক কেনে চিকণ দেখা গৈছে! গছলতাবিলাকে কেনে ৰূপোৱালী সাজেৰে সুশোভিত হৈছে! সখি! মোৰ এনেহে মন যায় মই যেন সদায় এনে সুখৰ ৰাতি দেখি থাকিম।"

পমীলা—"সখি! এৰা মোৰো সদায় এনেকুৱা সুখৰ ৰাতি দেখি থাকিবলৈ ভাল লাগে। কিন্তু এনেকুৱা সুখৰ ৰাতি সদায় নেথাকে। আজি পূৰ্ণিমা। কালিৰ পৰা জোনটী লাহে লাহে মাৰ যাবলৈ ধৰিব, আৰু আঁউসীৰ দিনা একেবাৰে মাৰ যাব। তাৰ পাছত লাহে লাহে আকৌ বাঢ়ি যাব। আকৌ পূৰ্ণিমা হব।"

মনোমতী—"বাৰু এইটোনো কিয় হয় কব পাৰা?"

পমীলা—"এইটোৱেই নিয়ম! জোনবাইটীয়ে হেনো এই দৰে বাঢ়িটুটিয়েই সুখ পায়।"

মনোমতী—"তৰাবিলাকেনো কি সুখ পায় ?"

পমীলা—"তৰাবিলাকে হেনো এই নীল আকাশখনত বিশেষকৈ জোনৰ পোহৰত জিলিকিবলৈকে সুখ পায়।"

মনোমতী—"ফুলবিলাকেনো কি সুখ পায় যে এনেকৈ ফুলে।"

পমীলা—"ফুলবিলাকে হেনো এনেকৈ ফুলিয়েই তোমাক মোক ভাল লগাবলৈ, তোমাক হেপাহ লগাবলৈ সুখ পায়।"

মনোমতী—"সখি! বাৰু তুমিনো কি ভাল পোৱা ? তোমাৰনো কি সুখ ?"

পমীলা—"মই তোমাক ভাল পাওঁ। ফুলগছবিলাক ভাল পাওঁ। মাইকী ম'ৰা এজনীৰ লগত মতা ম'ৰা এটাক একেলগে থকা দেখিবলৈ ভাল পাওঁ।"

মতোমতী—"যোৱা সখি! তোমাৰ কথাই এনেবিলাক।"

পমীলা—"এৰা সখি! মোৰ সুখ এই বিলাকেই। বাৰু সখি! তোমাক এটা বাতৰি দিওঁ। মই বঢ়িয়াকৈ জানি আহিলোঁ ডেকা বৰুৱা তোমাৰ নিমিত্তে উত্ৰাৱল। তোমাক নেপালে হেনো সংসাৰকে ত্যাগ কৰিব।"

মনোমতী—( তললৈ মূৰ কৰি )—"আমাৰ দেউতাৰে আৰু যুগীৰ পামৰ বৰুৱাৰে ভাল নাই।"

পমীলা—"যদিও দুই বৰুৱাৰে মনোবাদ আছে তথাপি ডেকা বৰুৱাই হেনো তোমাকেহে বিয়া কৰাব। তোমাক নেপালে হেনো বৰাগী হব।"

পমীলাৰ এই কথাত মনোমতীয়ে তললৈ মূৰ কৰিলে। একো উত্তৰ নিদিলে। পমীলাই তেতিয়া মনোমতীয়ে সৈতে আন নানা তৰহৰ কথা বতৰা উলিয়াই বঢ়াই বুজাই লাহে লাহে কৰি তেওঁক নি সেই জুৰলোৱা ঘৰটোৰ পূবৰ খোটালিত বহুৱালে; আৰু বহুৱাই থৈ কাণৰ কাষত কেতখিনি কথা ফুচ্ ফুচ্ কৰি কবলৈ ধৰিলে। তেওঁৰ সেই কথা শুনি মনোমতীয়ে উচাব খাই উঠি কলে—“সখি! ব'লা ঘৰলৈ যাওঁ।” পমীলাই কলে—“বাৰু যাম। অলপ বহঁা।” এই কথা কৈয়েই পমীলা ডেকা-বৰুৱা থকা খোটালিলৈ গ'ল আৰু ডেকা বৰুৱাক কলে—“দেউতা! আমাৰ খাওঁতে বওঁতে ভালেখিনি পলম হ'ল। বেজাৰ পাইছে হবলা।” লক্ষ্মীকান্তই কলে—“একো বেজাৰ পোৱা নাই। মোৰ অলপ অলপ টোপনি ধৰিছে। শুব খুজিছিলোঁ।” পমীলা—“বাৰু শুব। অলপ এইপোনে মোৰ লগত আহক।” পমীলাৰ এই কথাত ডেকা বৰুৱা তেওঁৰ পাছে পাছে গ'ল। পমীলাই তেওঁক নি পূবৰ খোটালিটোত সুমুৱালে। তেওঁ খোটালি সোমায়েই দেখিলে যে এখন শয্যাত এজনী গাভৰু মূৰে গায়ে কাপোৰ লৈ বহি আছে। ডেকা বৰুৱা বিমূঢ় হ'ল। টেটোন্ পমীলাই কবলৈ ধৰিলে—“দেউতা ক্ষেণভেনৰ শৰীৰ। আজি আছোঁ কালি নাই। মান হেনো অলপতে আহি পাব। কোন ক'ত মৰোঁ, কোন ক'ত থাকোঁ ঠিকনা নাই। আপুনি আকাশলৈ চাই শপত কাঢ়িছে আপুনি মোৰ সখীত বাজে আন কাকো ভাল নাপায়। সেই কথাকে মই বিশ্বাস কৰিছোঁ।

আপুনি ধাৰ্ম্মিক, দেশৰ হিতচিন্তা কৰা, আৰু পৰৰ উপকাৰী। মোৰ সখীও ডাঙৰৰ ঘৰৰ জীয়াৰী। লৰাকালিৰে পৰা পিতৃ-মাতৃ বিহীনা। এই সখীক মই আজিৰে পৰা আপোনাৰ চৰণত সপিলোঁ। ভবিষ্যতে যদি সকলো জীয়াই থাকোঁ আপুনি যেন এই মোৰ সখীক শাস্ত্ৰ সম্মত মতে, আমাৰ দেশৰ নিয়ম মতে, বিয়া কৰায়। কিন্তু মই আজিয়েই আপোনাক গন্ধৰ্ব্ব-বিধিমতে সপি দিলোঁ।" এই কেই আষাৰ কথা কৈয়েই পমীলাই মনোমতীৰ মুখৰ ওৰণিখন গুচাই দিলে। ওৰণি গুচুৱামাত্ৰকে ডেকা বৰুৱাই এখনি অপৰূপীয়া মুখ দেখিলে। মনোমতীৰ সৌন্দৰ্য্যত তেওঁ বিভোৰ হ'ল। পমীলাই মনোমতীক কলে—"সখি! আজিৰ পৰা তুমি এওঁৰ হলা। এওঁৱে তোমাৰ স্বামী হ'ল। তিৰুতাৰ হেনো স্বামীয়েই জপ, স্বামী সেৱাই তপ যজ্ঞ সকলো। আজিৰ পৰা তোমাৰ স্বামী সেৱাই ব্ৰত হ'ল।" এই কেই আষাৰ কথা কৈয়েই পমীলাই মনোমতী আৰু ডেকা বৰুৱাক একেলগে থৈ ঘৰৰ দুৱাৰখন মাৰি ওলাই আহি পুখুৰীৰ পাৰত ক্ষন্তেক পৰ বহিল আৰু অৱশেহত ৰিহাৰ আঁচলেৰে চকু দুটা মচি আৰু দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি লাহে লাহে বৰুৱাৰ ঘৰৰ ফালে খোজ ললে।

# অষ্টাদশ অধ্যায়

## যুগীৰ পামত

যুগীৰ পামৰ পৰা ডেকা-বৰুৱা ৰৱনগৰলৈ যাবৰ দিনাই গধূলি চেঙ্গা গাৱঁৰ হলকান্ত বৰুৱাই পঠোৱা সেই মানুহ কেইটা আহি "যুগীৰ পাম" পালে আৰু বৰুৱানীৰ আগত মান যে ভটিয়াই আহিব লাগিছে এই কথাটো কলে। বৰুৱানীয়ে শুনি বিবুদ্ধি হ'ল। তেওঁৰ গিৰিয়েক আৰু পুতেকলৈ চিন্তা হবলৈ ধৰিলে। শেষত একো উপায় নেপাই তেওঁ গাৱঁৰ তজোৰাম নামেৰে গাওঁবুঢ়া এজনক মতাই আনি কলে—"তজোৰাম! এতিয়া আমাৰ কি উপায় হব? ডাঙৰীয়াৰ বা কি হ'ল; বোপা সৈন্য আনোগৈ বুলি ক'ত ৰল, ইয়াৰ একোকে নেজানিলোঁ।" তজোৰাম—"আই! কি উপায় কৰিব লাগে কওক। মোৰ মনেৰে হলে আপোনালোকক ইয়াৰ পৰা লৈ গৈ বৰপেটাত নি এঠাইত থব লাগে। আপোনালোকে যি অলপ-অচৰপ বস্তু নিব খোজে, তাক টালিটোপোলা বান্ধক।" বৰুৱানীয়ে কলে—"মোৰ বোপানো ক'ত থাকিল তাৰ ভু লব নোৱাৰানে?" তজোৰাম—"আই মানুহ পঠাওঁ। আপোনালোকে খাই বই উঠক।" তজোৰামৰ এই কথাত বৰুৱানীয়ে জীয়েকে সৈতে খাই উঠিল। এনেতে সিফালৰ পৰা ডেকা বৰুৱাক বিচাৰিবলৈ যোৱা মানুহ চাইটাও হাবাথুৰি খাই গাৱঁলৈ লৰি আহিল আৰু বৰুৱানীক কলে—"আই! পলাওঁক। ইফালৰ পৰাও বামেদি

মান আহিব লাগিছে!” এই বুলি কৈয়েই সিহঁত চাইটা নিজ নিজ ঘৰলৈ গৈ সিহঁতৰ লৰা-তিৰুতাবিলাকক যেনে পালে তেনেই লৈ ঘৰৰ বয়-বস্তু ঘৰতে এৰি বৰপেটাৰ মুখে বাট ললে। বৰুৱানীয়েও প্ৰায় কুৰি পঁচিশজন মানুহ লৈ খোজ কাঢ়িয়েই বৰপেটা পালেগৈ। তেওঁ যাবৰ পৰত বাটে বাটে পুতেক আৰু গিৰিয়েকৰ নিমিত্তে কান্দি গ’ল। মান অহা বাতৰি পাই গাৱঁৰ আটাইবিলাক লৰা তিৰুতা বৰপেটাৰ ফাললৈ লৰ ধৰিলে। চাই থাকোঁতে থাকোঁতে তিনি দাঁড়মান সময়ৰ ভিতৰতেই যুগীৰ পামত এটিও মানুহ নোহোৱা হ’ল।

বজালীৰ বাটেদি অহা মানজাকে নিশা এপৰ মান হোৱাত আহি “যুগীৰ পাম” পালে। গাওঁ পাই সিহঁতে গাৱঁৰ শুদা ঘৰদুৱাৰবিলাক দেখিলে। ৰাতি হোৱা দেখি সিহঁতে গাৱঁৰ সেই মানুহ নোহোৱা ঘৰ বিলাকত সোমাল আৰু হাঁহি খিকিন্দালি কৰি যাৰে যতে যি খাবৰ বস্তু পালে সেইবিলাক লুটি পুটি খাই —জুম বান্ধি বান্ধি সেই গাৱঁতে থাকিল।

ইফালে হলকান্ত আৰু মিঙ্গিমাহাও সেই নিশাই নিশা দুপৰ হোৱাত নাৰেৰে আহি যুগীৰ পাম পালে। তাতে হলকান্তই অলপ পৰ নাও ৰাখিবলৈ দিলে, তাৰ পাছত “মই ঘৰৰ পৰা আহোঁ” বুলি মিঙ্গিমাহাত অনুমতি খুজিলে। মিঙ্গিমাহাই তেওঁৰ লগত পাঁচোটা ৰণুৱাদি ঘৰলৈ যাবলৈ দিলে। তেওঁ সেই ৰণুৱা লৈ লৰা তিৰুতাৰ মুখ দেখিম বুলি আশা কৰি গ’ল; কিন্তু তেওঁ গাওঁ পাই দেখিলে গাৱঁত এটিও অসমীয়া মানুহ নাই। যি

ঘৰলৈকে যায় সেই ঘৰতে মানহঁতকহে লগ পায়। তেওঁ বৰ আচৰিত হ'ল। তাৰ পাছত তেওঁৰ গাৱঁৰ মানুহবিলাকলৈ শোক এটা হ'ল। কিন্তু যেতিয়া মানবিলাকৰ পৰা জানিলে সিহঁতে আহি শুদা গাওঁ পাইছে; তেতিয়া তেওঁ জানিলে তেওঁৰ দিহা মতে পুতেক, ঘৈণীয়েক, জীয়েক গোৱালপাৰালৈ গ'ল। গাৱঁৰ মানুহবিলাকো কৰবালৈ গ'ল। গাৱঁৰ কোনো মানুহৰে হানি নোহোৱা শুনি তেওঁ সুস্থিৰ হ'ল। এইদৰে নিজৰ মনক প্ৰবোধ দি তেওঁ মানৰ সেনাপতিক গাৱঁলৈ তুলিলে আৰু নিজৰ ঘৰ-দুৱাৰ দেখুৱাই অলপ পৰ সসৈন্যে জিৰাবলৈ কলে। মিঙ্গিমাহাও তেওঁৰ কথামতে জিৰাল। তাৰ পাছত ৰাতি ছয়দাঁড় মান থাকোঁতে হলকান্ত বৰুৱাৰ দিহা আৰু যুক্তিমতে দুইও জাক মান লগ হৈ সকলোটিয়েই হাতত মুকলি তৰোৱাল লৈ বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ফাললৈ বাট ললে। সিহঁতৰ নাওঁবিলাক অসমীয়া বন্দীহঁতে নৈৰে উজাই নিলে।

# উনবিংশ অধ্যায়

**বৰনগৰ আক্ৰমণ**

পমীলাই মনোমতীৰ তাৰ পৰা ওলাই আহি ফুলনিত বহি অলপ পৰ শোক কৰি নিজৰ মনক প্ৰবোধ দি চণ্ডী বৰুৱাৰ চৰাঘৰলৈ আহিল। পমীলা যেতিয়া এইদৰে আহিছিল তেতিয়া চণ্ডী বৰুৱাই চৰাঘৰত বৰ ওখ গাৰু এটাৰে সৈতে পাটি পৰা খাট এখনত বহি আছিল। তেওঁৰ আগত শান্তিৰাম ভকত আৰু আন এজন মানুহ বহি কথাবতৰা পাতিছিল। তেওঁৰ সমুখত এখন ৰূপ খটোৱা ডাঙৰ শৰাইত তামোলপান আছিল। একাষে এটা চৰিয়াৰ ওপৰত মুখত এখন ফুলাম গামোছাৰে সৈতে এটা ৰূপৰ ডগডগি লোটা। বটাটোৰ কাষত এটা পিকদান; মূৰ শিতানৰ ফালে এডাল দীঘল নলেৰে সৈতে ধোৱাঁখোৱা। চৰাঘৰটোৰ চৌতিবিলাকত ঠায়ে ঠায়ে হাতীৰ ফয় আৰু আন আন জৰী। সিফালে একাষত হিঙ্গুল হাইতাল খুউৱা দুখন ডোলা। চৰাঘৰৰ বৰ বৰ শালৰ খুটাবিলাকত পহুৰ শিং। সেই শিংবিলাকত প্ৰত্যেকটোৰ ওপৰত দুই চাৰিখন তৰোৱাল। বুলনী ঘৰলৈ সোমাই যোৱা দুৱাৰ মুখৰ ওপৰৰ বেৰখনত দহ বাৰ খন বাৰ্হ আৰু সেই বাৰ্হৰ দুইওকাষে দহপাত শেল।

আমি যি সময়ৰ কথা লিখিছোঁ সেই সময়ত বৰনগৰীয়া চণ্ডী বৰুৱাৰ বয়স দুকুৰি বছৰমান হৈছিল। তেওঁ মানুহজন বৰ

হটঙা দীঘল, আৰু শকত হাড়ৰ আছিল। তেওঁৰ বৰণ তেলকলা, মুখখন সুন্দৰ ঘূৰণীয়া। মুখত একোচা বৰ দীঘল আৰু শকত গোঁফ। হাতভৰিবিলাক শকত আৱৃত। তেওঁৰ গাত ইমান বল আছিল যে প্ৰবাদ আছে তেওঁ হেনো মতা ম্হটোকে শিঙত ধৰি ৰাখিব পাৰিছিল, সেই সময়ত অসমৰ প্ৰায় সকলো ডাঙৰীয়া, বিষয়া সকল আৰু সাধাৰণ প্ৰজাবৰ্গৰ ভিতৰতো দুই এজন মানুহ ইমান ডাঙৰদীঘল বলী, আৰু বুকুডাঠী আছিল যে আমি এতিয়া সেই পুৰুষসকলৰ সতি সন্তান বুলি চিনাকি দিবলৈকে লাজলগা হৈছে।

মানুহে কৈছিল, চণ্ডী বৰুৱা হেনো বৰ প্ৰতাপী আৰু তাৰ লগে লগে অলপ দৌৰাত্যকাৰী বিধৰ মানুহ আছিল। কিন্তু আমি ভালকৈ জানিব পাৰিছোঁ চণ্ডী বৰুৱা নিজে কোনে দৌৰাত্যকাৰী বিধৰ মানুহ নাছিল। তেওঁৰ আঁৰত থাকি তেওঁৰ তলতীয়া দুই এজনা বিষয়াইহে সাধাৰণ প্ৰজাবৰ্গৰ ওপৰত কেতিয়াবা কেতি- য়াবা অলপ অচৰপ অত্যাচাৰ কৰিছিল। দৰাচলতে চণ্ডী বৰুৱাৰ প্ৰকৃতি বৰ শান্তশীল। তেওঁৰ মনত খং, হিংসা, পৰশ্ৰীকাতৰতা ইত্যাদি কুপ্ৰবৃত্তিবিলাক নাছিল। তেওঁ হোজা বিধৰ মানুহ। যেয়ে যেনি নিয়ে সেই পিনেই চলিছিল। হোজা হোৱাৰ নিমিত্তেই তেওঁৰ সকলো কাৰ্য্য শোপা-ঢিলা আছিল; সেই কাৰণে যুগীৰ পামৰ পৰা ইমান ওচৰতে থাকিও আজিলৈকে মাঁন অহা কথা বুজ পোৱা নাছিল।

পমীলা যেতিয়া তেওঁৰ ওচৰ চাপিছিল তেতিয়া তেওঁ

শান্তিৰাম ভকতে সৈতে ধৰ্ম্ম আলাপ কৰি আছিল এনেতে পমীলা আহি ওচৰ পালে। পমীলাক দেখি তেওঁ সুধিলে— "কি লাগে পমীলা ?" পমীলা—"দেউতা ! মোৰ এটা কথা জনাবলগীয়া আছে।" বৰুৱা—"কি কথা কোৱাঁ।" পমীলা— "দেউতা ! মই শুনিলোঁ মানে হেনো গুৱাহাটীত বৰফুকনক যুঁজত ঘটুৱাই ভটিয়াই আহিব লাগিছে।" বৰুৱা—"পমীলা ! তুমি এই কথা ক'ত শুনিলা ? বৰফুকনে সৈতে মানৰ যুঁজলগা হলে মোলৈ বৰফুকনে সৈন্য সামন্ত খুজি কটকী পঠালেহেঁতেন।" পমীলা—"দেউতা ! কটকী কিয় আহি নেপালে কব নোৱাৰোঁ ; কিন্তু মই সঠিককৈ শুনিছোঁ মান হেনো ভটিয়াই আহিব লাগিছে আৰু শুনিলোঁ যুগীৰ পামৰ বৰুৱা হেনো তুহেজাৰ ৰণুৱা লৈ মানৰ লগত যুঁজ দিবলৈকে হওক বা আন কোনো কাৰণেই হওক উজাই গৈছে। মোৰ কথা হয় নে নহয় আমাৰ আতৈক শোধক।" পমীলাৰ এই কথাত চণ্ডী বৰুৱাই শান্তিৰাম ভকতক শুধিলে—"শান্তিৰাম ! হয়নে ? পমীলাই কোৱা কথা সঁচানে ? তুমিনো ক'ত কি শুনিলা কোৱাঁচোন।" শান্তিৰাম—"দেউতা ! মই কালি তুপৰীয়া খাই বৈ উঠি খঞ্জুৰিটো লৈ যুগীৰ পামৰ ফালে গৈছিলোঁ। তাতে শুনি আহিলোঁ মান হেনো ভটিয়াই আহিব লাগিছে। হলকান্ত বৰুৱাও আগবাঢ়ি যোৱা কথা সঁচা। তেওঁৰ পুতেক লক্ষ্মীকান্ত ডেকা বৰুৱাই মানুহ তুনুহ লৈ গাওঁখন ৰক্ষা কৰি আছে।" বৰুৱা— "তেন্তে এতিয়া আমাৰ উপায় ?" শান্তিৰাম—"দেউতাৰ যেনে

ইচ্ছা।” চণ্ডী বৰুৱাই শান্তিৰামৰ এই কথা শুনি পমীলাক কলে—“পমীলা! তুমি ভিতৰলৈ যোৱাঁ। আয়েৰাক মাতি আনি বেৰৰ কাষত থাকিবলৈ কোৱাঁ। আৰু সেইপোনে কাতিয়াকো পঠাই দিয়াঁ।” বৰুৱাৰ এই আদেশ পাই পমীলা ভিতৰলৈ গ'ল আৰু ততালিকে বৰুৱানীক টোপনিৰ পৰা তুলি আনি বুলনী ঘৰত বহুৱালে। কাতিয়া লগুৱাও তালৈ আহিল। বৰুৱানী আহি বুলনী ঘৰ পাওঁতে বৰুৱাই কলে—“বপাৰ মাক! শুনিছানে? মান হেনো ভটিয়াই আহিব লাগিছে। এতিয়ানো আমি কি কৰিম?” বৰুৱানীয়ে ভিতৰৰ পৰা পমীলাৰ আগত কৈ পঠালে—“ডাঙৰীয়াক মইনো কি দিহা দিম! ডাঙৰীয়ায়ে যেনে ভাল দেখে কৰক।” ঘৈণীয়েকৰ এই কথা শুনি চণ্ডীবৰুৱাই পমীলাক শুধিলে—“পমীলা! এতিয়ানো আমি কি কৰিম?” পমীলা—“দেউতা! আপুনি আমাৰ সেনাপতি তিনিজনক মতাই আনি আলচ কৰক। মই বেটীৰ এটা কথা কবলগীয়া আছে। মই শুনিছোঁ যুগীৰ পামৰ বৰুৱাৰ পুতেক হেনো বৰ বীৰ আৰু উৎসাহী। তেওঁক হেনো বাপেকে মানৰ লগত ৰণ দি তেওঁলোকৰ গাওঁখন ৰক্ষা কৰিবলৈ থৈ গৈছে। মই বঢ়িয়াকৈ জানো আমাৰ সেনাপতি তিনিজন সোপাঢিলা মানুহ আৰু ভয়াতুৰ। মোৰ বিবেচনাৰে হলে কাইলৈ প্ৰাতসতে তেওঁক মতাই আনি তেওঁৰ নিজৰ ৰণুৱা আৰু আমাৰ ৰণুৱা-বিলাককো তেওঁক সপি দি এই দুখন গাওঁ ৰক্ষা কৰিবলৈ সেনাপতি পতা যাওঁক। তেওঁ ডেকা মানুহ। তেওঁৰ দুই তিনি

হেজাৰ আৰু আমাৰ তেৰ চৈধ্য হেজাৰ ৰণুৱা পালে তেওঁ মানৰ লগত মৰণত শৰণ দি যুঁজিব। দেউতাই আদেশ কৰক আমি কাইলৈ প্ৰাতসতে তেওঁলৈ মানুহ পঠাই দিওঁ।" চণ্ডী বৰুৱা—"পমীলা! তুমি সজ কৈছা। কিন্তু যুগীৰ পামৰ বৰুৱাই মোক "ঢেকেৰী" বুলি ঘিণায়। তেনে স্থলত তেওঁৰ পুতেকেনো আমাক নিঘিণাবনে? মাতি পঠালে জানো আহিব?" শান্তিৰাম—"দেউতা! মই বঢ়িয়াকৈ জানি আহিছোঁ যুগীৰ পমীয়া বৰুৱাৰ পুতেকৰ মনত অহমীয়া ঢেকেৰী ইত্যাদি ভাব নাই। তেওঁ দেশৰ কুশলৰ হকে সদায় যত্নবান। তেওঁ নিজ মুখে প্ৰকাশ কৰিছে তেওঁ তেওঁৰ ৰণুৱা দুহেজাৰৰ লগত আমাৰ বৰনগৰৰ তেৰ হেজাৰ কোচ সৈন্য পোৱা হলে মানক ভালকৈ এপালি দি কাল-লৈকে নাম ৰাখিলেহেঁতেন।" চণ্ডী বৰুৱা—"তেনেহলেতো বৰ বিশদ কথাই। বাৰু শান্তিৰাম! তুমি কালি প্ৰাতসতে যুগীৰ পামলৈ গৈ ডেকা বৰুৱাক লৈ আহিবা।" এতিয়া কাতিয়াই গৈ আমাৰ সেনাপতি তিনিজনক মাতি আনক।" বৰুৱাৰ এই কথাত কাতিয়া তেতিয়াই সেনাপতিহঁতৰ ওচৰলৈ গ'ল আৰু "বৰুৱাই মাতিছে" বুলি কৈ তিনিউকে লগতে লৈ আহি বৰুৱাৰ সম্মুখ কৰি দিলে। বৰুৱাই তেতিয়া তেওঁবিলাকলৈ চাই কলে—"সেনাপতি সকল! মই শুনিলোঁ মান হেনো ভটিয়াই আহিব লাগিছে। এতিয়া আমিনো কি কৰিম?" বৰুৱাৰ এই কথাত অলপ তেজগোৰাকৈ ডেকা মিনাৰাম নামৰ সেনাপতিজনে কলে—"দেউতাই আদেশ কৰক বন্দীহঁতে ৰাতাৰাতি সৈন্য

সামন্ত গোটাই লৈ ৰাতিপুৱালৈ সাজু হওঁ। আৰু মানক অলপ আগচি ধৰোঁগৈ।” কান্তিৰাম নামে এজন বয়সীয়াল ৰণুৱাই কলে—“দেউতা! মিনাৰামে যি কৈছে সেইটো বেয়া বুধি নহয়। কিন্তু মোৰ মনেৰে হলে দেউতাই আৰু এটা কথা কৰিব লাগে। দেউতাই পাঁচ ছয়খনমান নাও এতিয়াই অনাই ঘাটত বন্ধাওক; আৰু মান অহা বুজ পালেই আই মাতৃ, দেউতা, আইদেৱ, বোপা-দেউতা, আইকণ, ৰবআইটী এই আটাই কেউজনকে আৰু হাতত অলপ ধনবিত লৈ মানাহেৰে উজাই যাবলৈকো সম্ভম হৈ থাকিব লাগে। আজি নিশাই ডোম কুৰিজন অনাই ৰাখক যাতে ততালিকে নাৱত উঠিব পৰা যায়। মিনাৰাম আৰু কান্তিৰাম ৰণুৱাৰ এই কথাত ঘিণলগা নামেৰে আদবয়সীয়া তৃতীয় সেনাপতিজনে কলে—“দেউতা! মিনাৰাম আৰু কান্তিৰামে যি কথা কলে সি মোৰ মনত নালাগিল। এতিয়াও মান ক’ত আছে তাৰ ঠিকনাই হোৱা নাই; এনেস্থলতনো কেলেই ইমান উখল-মাখল লগাব লাগিছে? জিৰাই শতাই সকলো কৰা ভাল।” সেনাপতি তিনিজনৰ মুখে এইদৰে তিনিৰকম কথা শুনি চণ্ডীবৰুৱাৰ উৱাদিহ নোহোৱা হ’ল। শেহত শান্তিৰাম আৰু পমীলাক শুধিলে—“তোমালোকে কি কোৱাঁ?” শান্তিৰামে কলে—“দেউতা! কব নোৱাৰি কি জানি আজি নিশাই মান আহি পায়! মোৰ যদি কথা শুনে তেন্তে আমাৰ এতিয়াৰে পৰা সাজু হোৱা যুগুত। দেউতাই এতিয়াই ডোমহঁতক আনিবলৈ পঠাওক। দেউতাৰ গড়ৰ তিনিডিউ দুৱাৰমুখে উত্তৰ দুৱাৰমুখটো এৰি, তিনিটা বৰটোপ

পতাওক। সেনাপতি তিনিজনে ৰাতাৰাতি সৈন্য-সামন্তবিলাকক জ্ঞান দি থওক যাতে কালি প্ৰাতসতে সকলোৱে নিজ নিজ অস্ত্ৰ লৈ ওলাই আহে।” পমীলাই ভিতৰৰ পৰা কলে—“এৰা দেউতা! মইও তাকে কওঁ।” শান্তিৰাম আৰু পমীলাৰ এই কথাত বৰ-নগৰীয়া বৰুৱাই তেতিয়াই বণুৱা তিনিজনক দিহাদিহি পঠালে। এযোৰা মানুহ পঠাই ডোম কুৰিজন অনাই চৰাঘৰৰত শুৱাই থলে আৰু আন কেইজনমান মানুহৰ হতুৱাই তেওঁৰ গড়ৰ তিনি দুৱাৰত তিনিটা বৰটোপ পতালে। এইদৰে ঠিকঠাক কৰি নিশ্চিন্ত হৈ ৰাতি দুপৰমান হোৱাত বৰুৱা শুলেগৈ। শান্তিৰাম ভকতে নিজৰ বহালৈ বাট ললে। পমীলাই “মই শোওঁগৈ” বুলি বৰুৱাৰ ঘৰৰ পৰা ওলাই আহিল আৰু শান্তিৰাম ভকতৰ পাছে পাছে তেওঁৰ বহালৈ গ’ল। শান্তিৰাম ভকতে পমীলাক সিমান নিশা তেওঁৰ ঘৰলৈ যোৱা দেখি সুধিলে—“পমীলা! তুমি ইমান নিশা কেলেই আহিলা?” পমীলা—“আতৈ! আমাৰ আৰু এফেৰি কাম কৰিবলৈ বাকী থাকিলে। বৰটোপ তিনিটাৰ ওচৰত তিনিটা মানুহ থোৱাৰ লাগিছিল। এতিয়া বৰুৱা শুলেগৈ। তেওঁক টোপনিৰ পৰা তুলি খেচালত কৰাটো উচিত নহয়। কি দিহা কৰোঁ তাকে আলচিবলৈ আহিলোঁ। মোৰ মনে এনে লাগিছে অলপতে আমাৰ এইবিলাকত কিবা এটা ঘোৰ শঙ্কট হব; সেই দেখি আপুনিয়ে আৰু ময়ে নোশোওঁ দিয়ক। গড়ৰ ভিতৰলৈ যাওঁ আহক।” শান্তিৰাম—“পমীলা! তুমি বৰ ভয় খাইছা?

ক্ষি হব কেনেকৈ জানিলা ?” পমীলা—“মোৰ মনত কিবা এটা উখল-মাখল লাগিছে। যি কি নহওক বিপদৰ আশঙ্কা থাকিলে জাগি শোৱা আৰু বাচি খোৱা জানো উচিত নহয় ? সেই দেখি ব’লক গড়ৰ ভিতৰলৈ যাওঁ। আপুনি যাবনে নেযায় কওক।” শান্তিৰাম—“এৰা! তুমি মোক আগেয়েই বান্ধি চাটি লৈছা নহয় এতিয়া তুমি যি কৰিব দিয়া তাকে কৰিবই লাগিব। কিন্তু পমীলা! তুমি বেয়া নোপোৱা যদি মই কথা এটা কওঁ। তুমি মোৰ ইয়ালৈ সঘণে আহি থাকিলে মানুহে মোৰ চৰিত্ৰৰ ওপৰত দোষ দিব। মই হৈছোঁ কেৱলীয়া। সংসাৰত ভালেমান দুখ শোক পাই গৃহস্থী এৰিছোঁ। এতিয়া মানুহে মোক এইদৰে সদায় তোমাৰ লগত লেনাদেনা কৰি থকা দেখিলে ভাল নুবুলিব। কেৱলীয়া হৈয়ো এই সংসাৰত থিয় দিবলৈ ঠাই নেপাম।” পমী-লাই শান্তিৰামৰ এইবিলাক কথা শুনি পোনেই অলপ তললৈ মূৰ কৰি তাৰ পাছত কলে—“আতৈ! মই অৱশ্যে এইটো ভাল কাম কৰা নাই। বাৰু মই আৰু আজিৰ পৰা আপোনাৰ ওচ-ৰলৈ নাহোঁ। কিন্তু আজি ৰাতি চাই দাঁড়ৰ নিমিত্তে আপোনাক দিগ্‌দাবি কৰিম। আমাৰ সকলোৰে বকুৱাৰ ভালৰ অৰ্থে যত্ন কৰা জানো যুগুত নহয়? কিন্তু আপুনি নেদেখিছে বকুৱাৰ ভালৰ হকে উপায় কৰা মানুহ কেইটা আছে। গড়ৰ দুৱাৰমুখ তিনিটাত বৰটোপ তিনিটা পাতি থৈয়ে সকলোবিলাক ঘৰাঘৰি শুলে। এনে দুৰ্দিনৰ সময়ত এটা মানুহো এই নিশাটো সজাগে থাকিবলৈ নোলাল। বিপদৰ কালতো জাগি শুবলৈ আৰু বাচি

খাবলৈ আমাৰ বৰুৱাৰ মানুহে নেজানিলে। সেই দেখি আহক আপুনি আৰু ময়ে গড়ৰ ভিতৰত সজাগে থাকোঁগে।” পমীলাৰ এই কথাত শান্তিৰাম ভকতৰ মন লৰিল। পমীলাক ভকতে কলে—“পমীলা! অলপ বহঁা। মই কানি কাপোৰ, তামোল, কটাৰি, টিঙ্গিৰি তূলা এইবিলাক লওঁ।” এই বুলিয়েই ভকতে সাজ্‌কাচ্‌ কৰিবলৈ ধৰিলে।

পাঠক! আমি যি সময়ৰ কথা লিখিছোঁ সেই সময়ৰ অসমীয়া মানুহৰ জুইশলা, ছাতা জোতা এইবিলাক বস্তু নাছিল। সকলো অসমীয়া মানুহৰে একোযোৰ টিঙ্গিৰি আৰু তূলা আছিল। দিনত এঠাইৰ পৰা আন ঠাইলৈ যাব লাগিলে অসমীয়া মানুহে জাপি, লাঠি আৰু কটাৰি এই তিনিবিধ বস্তু নোলোৱাকৈ খোজ নেকাঢ়িছিল। ৰাতি হলে টিঙ্গিৰি তূলা, কটাৰি, তামোল খোৱা হাচতি এখন নোলোৱাকৈ নলৰিছিল। এইদৰে সাজি কাচি শান্তিৰাম ভকত পমীলাৰ লগত ওলাল আৰু দুইও হাউলি এৰি বৰুৱাৰ গড়ৰ ভিতৰত সোমাল। গড়ৰ ভিতৰত সোমাই পমীলাই শান্তিৰাম ভকতক কলে—“আতৈ! আপুনি চৰাঘৰতে থাওক। মই সখীৰ ঘৰৰ দুৱাৰমুখতে পৰি থাকোঁগৈ! কিন্তু মনত ৰাখিব জাগি শুব বাচি খাব।” এইদৰে কথা বতৰা হৈ দুইও দুফালে গ’ল। শান্তিৰাম ভকত বৰুৱাৰ চৰাঘৰতে একাষত পৰি ৰ’ল, আৰু পমীলাই বৰুৱাৰ ভিতৰ গড়ৰ বাহিৰত থকা গোহালী ঘৰটোতে বহি বেৰত আওজি টোপনিয়াবলৈ ধৰিলে।

ইফালে যুগীৰ পামৰ পৰা হলকান্ত বৰুৱা আৰু মিঙ্গিমাহা

তিলোত্তমা সসৈন্যে বৰনগৰীয়া বৰুৱাৰ হাউলিৰ ফালে আহিবলৈ ধৰিলে। সেই সময়ত ৰূপহী জোনটী ফট্‌ফটিয়াকৈ জ্বলিছিল। আকাশখন নিৰ্ম্মল আছিল; ক'তো এফেৰিও মেঘ নাছিল। নীল আকাশত লক্ষ লক্ষ তৰাৰ মাজত ৰূপহী জোনটী জিলিকি তেওঁৰ সুধা ৰশ্মিৰে গোটেইখন জগতকে বুৰাইছিল। ৰূপহী জোনাইৰ ৰশ্মিত প্ৰত্যেক গছ, নদী, বন ইত্যাদি এটাইবিলাকেই ৰূপোৱালী সাজেৰে সুশোভিত হৈছিল। অসভ্য মানইতৰ মুকলি তৰোৱালবিলাক সেই পোহৰত চিক্‌মিক্ কৰি জ্বলিছিল। এনে সুন্দৰী নিশাটীয়েও আজি চণ্ডী বৰুৱাৰ ভাগ্যচক্ৰৰ ওপৰত ভয়ঙ্কৰী মূৰ্ত্তি ধাৰণ কৰিলে।

ৰাতি নিজম পৰিল। লাহে লাহে নিশা তিনি পৰ অতীত হ'ল। এহালি ডাউক চৰায়ে পুৱতী নিশাৰ গীত গাবলৈ ধৰিলে। "কোৱা কোৱা-কোৱা-কোৱা" কৰি ডাউক হালিয়ে প্ৰকৃতি দেবীক মধুৰ কৰিলে। নিশ্চিন্ত আৰু নিশঙ্ক মনেৰে চণ্ডী বৰুৱাই নিজৰ ঘৰৰ ভিতৰত ল'ৰা তিৰুতাৰে সৈতে সুখেৰে শুইছিল। অলপ পৰৰ মূৰতেই যে তেওঁৰ সেই মোহনিদ্ৰা চিৰকাললৈকে দূৰ হব এইটো চণ্ডীবৰুৱাই নেজানিলে। মান আৰু হলকান্ত ৰূপী প্ৰবল ধুমুহা বতাহে যে তেওঁৰ জীৱনৰ নাওখনি বুৰাবলৈ আহিছে এইটো চণ্ডী বৰুৱাই গম নেপালে। আজি চণ্ডী বৰুৱাৰ নাওখন বতাহত ঢৌ খেলোৱাৰ আগেয়ে থিৰ, নিতাল আৰু নিশঙ্ক হৈ ৰ'ল।

এইদৰে পুৱতী নিশাৰ সময়ত হলকান্ত বৰুৱা মিঙ্গিমাহা

ক্যাডেউঙ সসৈন্যে চণ্ডীবৰুৱাৰ গড়ৰ ওচৰ পালেহি। সিইঁতৰ ভুৰিৰ খোজৰ শৰদত শহাকণীয়া পমীলাই তৎক্ষণাৎ সাৰ পালে। চাব মাৰি উঠি লৰি পচিমৰ দুৱাৰমুখলৈ গৈ দেখিলে যে অলেখ অগণন ৰণুৱা হাতত তৰোৱাল লৈ আহিব লাগিছে। পমীলাই বুজিলে সেইবিলাক মান। সুকোমলা কিন্তু আজি প্ৰকৃত বীৰৰমণী পমীলাই তৎক্ষণাৎ বৰুৱাৰ ঘৰলৈ লৰি গ'ল আৰু একেটানে শান্তিৰাম ভকতক তুলি কলে—"আতৈ! উঠক। আজিয়েই আপোনাৰে আৰু মোৰে আমৰ পাল আহিল। আপুনি লৰি গৈ পুবদুৱাৰমুখৰ বৰটোপটোত জুই দিয়ক গৈ। মই দক্ষিণৰ দুৱাৰমুখৰটোত দিওঁ। অলেখ অগণন মান আহিব লাগিছে। আপুনি সাজু হওক। পমীলাৰ এই কথা শুনিয়েই শান্তিৰাম ভকতে একেচাবে দৌড়ি পূব-দুৱাৰমুখলৈ গ'ল। পমীলাই ইফালে ডোমহঁতক লৰালৰিকৈ টোপনিৰ পৰা তুলি নাৱঁলৈ পথালে। তাৰ পাছত চণ্ডীবৰুৱাৰ শোৱা খোটালি সোমাই চিয়ঁৰিবলৈ ধৰিলে—"আই! দেউতা! উঠক। উত্তৰৰ দুৱাৰমুখেদি নাৱলৈ যাওক। মই সখীক পঠাই দিওঁগৈ।" পমীলাই এই কথা কৈ উঠিল মাথোন এনেতে মানহঁতে কিৰিলি মাৰি জয়ধ্বনি কৰিলে। পমীলাই কলে—"দেউতা! শুনক। শুনক।" চণ্ডীবৰুৱাই তেতিয়া গা ডাঙি উঠিল। তেওঁৰ পুতেক আৰু ঘৈণীয়েকে থৰ থৰ কৰি কঁপিবলৈ ধৰিলে। চণ্ডীবৰুৱাই কলে—পমীলা! ডোমহঁত উঠিলনে?" পমীলা—"ডোমহঁত নাৱলৈ গৈছে। আপোনা-

লোক যাওঁক। মই সখীক লৈ আহোঁগৈ। আপোনা-লোকে নাৱত উঠি আৰু বৈ নেথাকিব। নাওঁ জাত কৰি এৰি দিব। সখীলৈকে আৰু মোলৈকে চাৰিজন মানুহে সৈতে এখন নাও এৰিব।” এই কথা কৈয়ে পমীলা ঘৰৰ ভিতৰৰ পৰা ওলাই আকৌ লৱ মাৰি সখীয়েকৰ ঘৰলৈ আহিল ; এনেতে তেওঁ দেখিলে মানহঁতৰ এজাক প্ৰায় গড়ৰ পূবদুৱাৰমুখৰ ফালে আহিছে। সখীয়েকক চিঞৰ এটা মাৰিয়েই পমীলা দক্ষিণৰ দুৱাৰমুখলৈ গ’ল। আৰু তাত গৈ বৰটোপটোৰ ওচৰত টিঙ্গিৰি আৰু তুলা লৈ থিয় দিলে। মানহঁত দুৱাৰমুখৰ ওচৰ পাওঁ পাওঁ হওঁতেই কৰ্ম্মকুশলা পমীলাই চেগ্ বুজি টিঙ্গিৰি মাৰি বৰটোপত জুই দিলে। তৎক্ষণাৎ দক্ষিণদুৱাৰমুখৰ বৰটোপটো “গুৰুম” কৰি ফুটিল। সেই বৰটোপৰ গুলিত প্ৰায় পাঁচ ছয় শ মান পৰিল। সিফালে কৰ্ম্মকুশল শান্তিৰামেও সময় বুজি পূবদুৱাৰমুখৰ বৰটোপটোত জুই দিলে। সেই বৰটোপৰ কোবতো প্ৰায় পাঁচ ছয় শ মান পৰিল। দক্ষিণ বৰটোপটো মাৰি এটায়েই পমীলা পচিমৰ বৰটোপটোৰ ফালে গ’ল। কিন্তু তেওঁ বৰটোপৰ ওচৰ নৌ পাওঁতেই দহোটা মান দুৱাৰ ভাঙি গড়ৰ ভিতৰত সোমাল আৰু বন্দুলা নামে মান এটাই পোনেই আগতে পমীলাক পাই তেওঁক হাতত ধৰি বান্ধি পেলালে। মুখত শোপা এটা দি তেওঁক বান্ধি ছাতি থলে। পূবৰ মানজাকেও গড়ৰ ভিতৰত সোমাই শান্তিৰাম ভকতক ধৰিলে আৰু বান্ধিছাতি পেলাই থৈ বৰুৱাৰ ঘৰৰ ফালে আহিল। ইফালে হলকান্ত বৰু-ৱাই আন এজাক মান লৈ চণ্ডীবৰুৱাৰ ঘৰলৈ গ’ল। ঈশ্বৰৰ

ইচ্ছাত সিহঁত আহি পোৱাৰ আগখিনিতে চণ্ডীবৰুৱাৰ ঘৈণীয়েক আৰু পুতেক নাৱত উঠিলগৈ। চণ্ডীবৰুৱাই অলপ ৰূপবান হাতত লবলৈ পাছ পৰিছিল; আৰু ৰূপবান লৈ উঠি ঘৰৰ পাছদুৱাৰেদি পলাবলৈ ওলাইছিল মাথোন; এনেতে হলকান্তই কুৰিজন ৰণুৱাই সৈতে তেওঁক বেঢ়ি ধৰিলেগৈ; আৰু শোধ পোচ্ নোহোৱাকৈ তেওঁক হাতে ভৰিয়ে বান্ধি পেলালে। তাৰ পাছত মানহঁতে তেওঁৰ ভড়াল, সম্পত্তি লুটিলে।

পমীলাই যেতিয়া প্ৰথমবাৰ মনোমতী আৰু ডেকা বৰুৱাক বাহিৰৰ পৰা মাতে তেতিয়া তেওঁবিলাক দুইও দুটা খোটালিত নিদ্ৰাত পৰি আছিল। ওৰে আগ নিশা তেওঁবিলাক দুইও মধুৰ আলাপ কৰি সাৰে থাকি মাজনিশাৰ পৰা দুইও দুটা খোটালিত পৰি ভবিষ্যতৰ সুখৰ সপোন দেখিছিল। পমীলাই বৰকৈ চিয়ঁৰি মাতোঁতেও—তেওঁবিলাকে সাৰ নাপালে। পমীলাই মানহঁতক গড় সোমাবলৈ নিচেই ওচৰ চপা দেখি তেওঁবিলাকক আৰু জগাবলৈ চেষ্টা নকৰি বৰটোপৰ ওচৰলৈ গৈছিল আৰু বৰনগৰীয়া বৰুৱাৰ অৰ্থে তেওঁৰ সুকোমল হাতেৰেও বৰটোপত জুই দিছিল। ইয়াৰ পাছতে ধৰা পৰি তেওঁ বন্দী হ'ল। মনোমতী আৰু ডেকা বৰুৱাক তেওঁ জগাই পলুৱাবলৈ সময় নাপালে। কিন্তু যেতিয়া গুৰুম্ গুৰুম্ কৰি বৰটোপৰ শবদ আৰু মানহঁতৰ জয়ধ্বনি শুনিলে তেতিয়াই তেওঁবিলাক দুইও সাৰ পালে। চাকি লগাই মনোমতী একেচাবে উঠি বহিল। লক্ষ্মীকান্তও নিজৰ খোটালিৰ পৰা লৰি মনোমতীৰ খোটালিলৈ

আহিল। মনোমতীয়ে ভয়তে থক্ থক্ কৰি কঁপি লক্ষ্মী-কান্তক সুধিলে—“কিহৰ গৰ্জ্জন হ’ল?” ডেকা বৰুৱাই ক্ষাণ অনাই শব্দ শুনি বুজিলে শত্ৰুৱে আহি গড় আক্ৰমণ কৰিছে। জানিব পাৰিলে সেই শত্ৰু মান, তেতিয়া ডেকা বৰুৱাই মনোমতীক কলে—“লাহৰি! এই ঘৰৰ ভিতৰত তৰোৱাল বা জাঠি নাইনে? মনোমতীয়ে কলে—“সি খোটালিলৈ যাওক। তাতে বেৰতে আমাৰ দেউতাই এখন তৰোৱাল আৰু এপাত জাঠি থৈছে। সেই পোনে এটা কৰণিত ক্ষুৰ, কটাৰি ইত্যাদি আৰি থৈছোঁ। আপুনিনো কি কৰিব খুজিছে?” লক্ষ্মীকান্ত—“লাহৰি! কথা বেয়া হ’ল। মান আহি গড় সোমাল তুমি পাৰা যদি সেই খিড়িকীৰে পলোৱা। মই ইফালে তুমি পলোৱা মানে দুৱাৰখন ৰক্ষা কৰোঁ—শুনিছানে দুৱাৰত গোৰ ধৰিছে” এই বুলি কৈয়েই লক্ষ্মীকান্তে একেলৰে গৈ সি খোটালিৰ পৰা জাঠিপাত, তৰোৱাল আৰু ক্ষুৰপাত লৈ আহিল। আৰু ক্ষুৰখন মনোমতীলৈ দলি মাৰি দি “লাহৰি! এয়ে তোমাৰ সহায় সাৰথি” বুলি কৈ দুৱাৰমুখলৈ গ’ল। মনোমতীয়ে ক্ষুৰখন সামৰি লৈ ভয়ত আৰু হাই উৰুমিত শয্যাত তন্দ্ৰা খাই পৰিল। ডেকা বৰুৱাই আসন্ন বিপদ দেখি কি কৰিব হতবুদ্ধি হ’ল। এনেতে দুৱাৰ ভাঙি চাইটা মান ঘৰৰ ভিতৰত সোমাল। ডেকা বৰুৱাই সময় বুজি পোনেই জাঠিৰে এটা মানক খোচ্ মাৰি বগৰালে; এনেতে সিফালৰ পৰা দহবাৰটা ৰণুৱা আহি সোমাল। ডেকা বৰুৱাই মানৰ ওপৰত জাঠি আৰু তৰোৱাল মাৰিবলৈ ধৰিলে। মান-

হঁতেও ওপৰাউপৰি কৰি তৰোৱাল মাৰিবলৈ ধৰিলে। অস্ত্ৰে অস্ত্ৰে ঠনঠনাবলৈ ধৰিলে। চাৰি পাঁচোটা মানক মাৰি ডেকা বৰুৱা অৱশ হ'ল। এনেতে টেঙুলা মানৰ দাৰ কোব এটা ডেকা বৰুৱাৰ তৰোৱালৰ ওপৰত চচলিয়াকৈ পৰি তেওঁৰ কাণত লাগিলগৈ। সেই দাৰ কোবত আৰু ভাগৰত লক্ষ্মীকান্ত অচেতন হৈ মৰাৰ দৰে পৰিল। মানহঁতে তেওঁ পৰি যাওঁতে তৰোৱাল মাৰি তেওঁক সিপুৰীলৈ খেদাবলৈ অভিপ্ৰায় কৰিলে। এনেতে টেঙুলাই সিহঁতক বাধা দি কলে—“এই বীৰটোক মাৰিব নালাগে, জীয়াই জীয়াই ধৰ।” টেঙুলাৰ কথাত সিহঁতে ডেকা বৰুৱাক প্ৰাণে নামাৰি হাতে ভৰিয়ে বান্ধি পেলাই থলে। টেঙুলাই আগবাঢ়ি গৈ খাটৰ পৰা মনোমতীক টানি তুলিলে। তাৰ পাছত সি মনোমতীক দেখি হো হো কৰি হাঁহি হাঁহি কবলৈ ধৰিলে—“আমাৰ সেনাপতি যদি ওপৰতে চগা নপৰে তেন্তে এইজনী মোৰ হ'ল।” এইদৰে হাঁহি খিকিন্দালি কৰি মানহঁতে গোটেইবিলাক বন্দীকে বাহিৰলৈ আনি একে ঠাইতে লগ কৰিলে। তাৰ পাছত বৰুৱাৰ হাউলিত জুই দিলে আৰু গাওঁখনত যাকে যতে পালে কাটি মাৰি বৰুৱাৰ সোণৰ হাউলিক শ্মশানত পৰিণত কৰিলে।

( প্ৰথম খণ্ড সমাপ্ত )

# দ্বিতীয় খণ্ড

## প্ৰথম অধ্যায়

### নাৱেৰে

এইদৰে মিঙ্গিমাহা ক্যাডেউঙে বৰনগৰীয়া বৰুৱাৰ গড় আক্ৰমণ কৰি আৰু বৰুৱাৰ সোণৰ হাউলিক শ্মশানত পৰিণত কৰি তাৰ পিছদিনা বাতি পুৱাই হলকান্ত বৰুৱাক ক্ষন্তেকো জিৰাবলৈ নিদি এজাক মান আৰু ওঠৰটা বৰফুকনৰ দহোটা লগত দি বৰনগৰ, ৰূপসী ইত্যাদি ঠাই আক্ৰমণ কৰিবলৈ পঠালে। তেওঁ এজাক মান আৰু বন্দীবিলাকক লগত লৈ আকৌ মানাহেদি ভটিয়াবলৈ ধৰিলে। হলকান্ত বৰুৱাই বৰনগৰীয়া বৰুৱাৰ হাউলিত তেওঁৰ শত্ৰু বৰনগৰীয়া বৰুৱাত বাজে আৰু কোন কোন বন্দী হৈছিল জানিব নোৱাৰি উলাহ মনেৰে মান সৈন্য লগত লৈ নিজৰ দেশ লুটপাট কৰিবলৈ গ'ল।

বন্দীবিলাকৰ ভিতৰত মিঙ্গিমাহাই মনোমতী আৰু শান্তিৰাম ভকতক নিজৰ নাৱত তুলি লৈছিল। লক্ষ্মীকান্ত বৰুৱা, পমীলা আৰু বৰনগৰীয়া বৰুৱাক টেঙ্গুলা নামেৰে মানৰ বৰফুকনটোৱে তাৰ নাৱত লৈছিল। মানহঁতে মতা বন্দী কেইজনক মাছ পছুৰ দৰে বান্ধি নাৱৰ তলিত পেলাই নিছিল। তিৰুতা বন্দী

ভুজনীক সেইদৰে টানকৈ বান্ধ-ছাত নিদি অলপ অচৰপকৈ বান্ধি নিছিল।

লক্ষ্মীকান্ত ডেকা বৰুৱাৰ ক্ষত হোৱা ঠাইডোখৰৰ পৰা ভালে-মান তেজ বৈছিল; কিন্তু নাৱৰ তলিত তেওঁক পেলাই নিয়াৰ পৰা উপকাৰ হ'ল। নাৱৰ তলিৰ পানীবিলাক তেওঁৰ ঘাত লাগি ঘাৰ তেজ ববলৈ এৰিলে। ভাগৰে দুখে, অনাহাৰে লক্ষ্মীকান্ত এধা মৰা যেন হৈ গ'ল।

মিঙ্গিমাহাৰ নাৱতো শান্তিৰাম ভকত সেইদৰে মৰাৰ নিচিনা হৈ পৰি গৈছিল। তেওঁ ভালেখিনি পৰলৈকে কাৰো মুখলৈ নেচাই মাতবোল নোহোৱা হৈ আছিল। তাৰ পিছত এবাৰ তেওঁ মিঙ্গিমাহাৰ ফালে চালে। তাৰ ফালে চাওঁতেই তেওঁৰ চকু সেই গাভৰুজনীৰ ওপৰত পৰিল। তেওঁ ৰ' লাগি সেই গাভৰুজনীলৈ ক্ষন্তেক পৰ চাই থাকি শেহত উচপ্ খাই উঠি গাভৰুজনীক মাতোঁ মাতোঁ কৰিলে; কিন্তু গাভৰুজনীয়ে তেওঁৰ আশৈ বুজি তেওঁক ততালিকে চকুৰে ইঙ্গিত কৰি বাধা দিলে। তেতিয়া তেওঁ তললৈ মূৰ কৰি উচপি উচপি কান্দিবলৈ ধৰিলে। মিঙ্গিমাহাই সেই কথাৰ গম নেপালে।

মিঙ্গিমাহা সেনাপতিৰ আন আন অশেষ দোষৰ লগে লগে সুন্দৰী তিৰুতালৈ আগ্ৰহ হোৱা দোষ ফাকিও ষোল্ল কলায় আছিল। সেই দেখি তেওঁ ৰূপহী মনোমতী গাভৰুক নিজৰ নাৱত তুলি লৈছিল। মনোমতীয়ে নিজৰ অৱস্থা গমি ভাবি নাৱে নাৱে কান্দি গৈছিল। মিঙ্গিমাহাই তেওঁক নাৱে নাৱে

বিদ্ৰূপ কৰিবলৈ নেৰিছিল। বিদ্ৰূপ কৰি হেপাহ নপলাই সি এবাৰ উঠি আহি মনোমতীৰ মুখত তাৰ চেলুয়ইটো গুজি দিবলৈ ধৰিলে এনেতে সেই গাভৰুজনী উঠি আহি তাক আকোৱালি ধৰি—"তই এইখন কি কৰ" বুলি টানি নি বহুৱাই কলে—"মিঙ্গিমাহা মই তোক বৰ ভাল পাওঁ অ। তই সেই গেন্ধেলীত চকু দিলে মই মৰি যাম।" মিঙ্গিমাহাই কলে—"বুকুৰ জীউ! তই মোক বৰ ভাল পাৱনে?" গাভৰুজনীয়ে কলে—"এবা কলিজা! তোক মই বৰ ভাল পাওঁ।" মিঙ্গিমাহাই হাঁহি হাঁহি কলে—"ভাল নেপাবিনো কেলেই? মই জানো কম ধুনীয়া ডেকা?" এইবুলি কৈ সি নিজৰ গোফ্ কোচা পকাবলৈ ধৰিলে আৰু এবেগেত মান দীঘল চেলুয়ই এটা লগাই লৈ হুপিবলৈ ধৰিলে। কেই হোপা মান মাৰি সি চেলুয়ইটো গাভৰুজনীৰ মুখত গুজি দিলে। গাভৰুজনীয়ে মনোমতীলৈ আঙ্গুলিয়াই কলে—"তাই আগত থকাত তই এনেখন নকৰিবি। মোৰ লাজ লাগে অ।" এই বুলি কৈ চেলুয়ইটো ওলটাই দিলে। মিঙ্গিমাহাই সেই চেলুয়ইটো তেতিয়া নিজৰ মুখতে সুমাই লৈ গাভৰুজনীৰ ফাললৈ চাই হাঁহিবলৈ ধৰিলে।

ইফালে টেঙ্গুলাৰ নাৱত পমীলাকো টেঙ্গুলাই ওৰে নাৱে বিদ্ৰূপ কৰি গৈছিল। টেঙ্গুলাই কৈছিল—"মইনা! তই মোৰ হলি। মই সিজনীক লব খুজিছিলোঁ; কিন্তু আমাৰ সেনাপতি ওপৰতে চগা পৰিল। তোতো যদি চগা নপৰে তেন্তে তই মোৰ হলি।" বুদ্ধিমতী আৰু বিপদত চতুৰী পমীলাই উত্তৰ দিলে—

"টেঙ্গুলা! তই যে মোক বিয়া কৰাবি মোকনো কি কি দিবি? কি কি খুৱাবি?" টেঙ্গুলাই তাইৰ এই কথা শুনি আনন্দৰ উলাহত কলে—"তোক সোণ দিম; কানিকাপোৰ দিম; মদ-ভাত দিম আৰু কি দিম?" পমীলা—"বাৰু! তই জানিবা মোক এইবিলাক দিবি। বাৰু তই সইত কাঢ় মই আৰু যি খোজোঁ তাকে দিবিনে নিদিয়।" টেঙ্গুলাই কলে—"সইতে সইতে লামা-গুৰুৰ সইতে তোক আৰু যি লাগে তাকে দিম।" পমীলা—"তহঁতৰ দেশত হেনো ভালেমান শুকুলা হাতী আছে। মোক তই উঠি ফুৰিবলৈ এটা শুকুলা হাতী দিবিনে?" পমীলাৰ এই কথাত টেঙ্গুলাৰ উত্তৰ হেৰাল। নাৱৰ মানবিলাকে হো হো কৰি হাঁহিবলৈ ধৰিলে। টেঙ্গুলাই লাজ পালে। অলপ পৰ বৈ সি কলে—"আমি পৰ্ব্বতীয়া মান। আমাৰ পৰ্ব্বতীয়া মানৰ আন কি প্ৰায় কোনো মানৰে বগাহাতী নাই। কেৱল আমাৰ ৰজাৰহে আছে। বগাহাতীত বাজে আন যিহকে খোজ তাকে দিব পাৰিম।" পমীলাই কলে—"এঃ তই তেন্তে কিহৰনো ডেকা? মোৰ নিচিনা এজনী গাভৰুৰে মন যোগাব নোৱাৰ আৰু দহজনীনো কেনেকৈ বিয়া কৰাবি?" টেঙ্গুলাই খণ্ডতে নিজৰ দাখন দেখুৱাই কলে—"এই দাৰ কোবেৰে।" পমীলাই হাঁহি হাঁহি উত্তৰ কৰিলে—"দাৰ কোবেৰে যেয়ে সেয়ে পাৰে। মইও তোৰ নিচিনা ডেকা হোৱা হলে দাৰ কোবেৰে এশজনী বিয়া কৰালোঁহেতেন। দি থৈ বশ কৰিব পাৰিলেহে পৰা।" পমীলাৰ এইকথাত মানহঁতে আকৌ হো

হো কৰি হাঁহিবলৈ ধৰিলে। চণ্ডীবৰুৱাৰ আৰু লক্ষ্মীকান্তৰ মৰা প্ৰাণতো অলপ হাঁহি ওলাল। এনেতে সিফালৰ পৰা সেনাপতিৰ নাওখন আহি সিহঁতৰ ওচৰ পালে। হাঁহি খিকিন্দালি শুনি মিঙ্গিমাহাই সুধিলে—"তহঁতৰ কিহৰ নিমিত্তে ইমান ৰঙ হৈছে?" বন্দুলা নামেৰে টেঙ্গুলাৰ নাৱত থকা বৰফুকন-টোৱে কলে—"সেনাপতি! ইয়াত এই মই ধৰা তিৰুতাজনীয়ে বৰ ৰং লগা কথা কৈ আমাকে হঁহুৱাইছে।" মিঙ্গিমাহা—"চাওঁ কেনে ৰঙ লগা কথা কব পৰা তিৰুতাজনী।" তেওঁৰ এই কথাত টেঙ্গুলা আহি ওচৰ চাপি কলে—"সেনাপতি! সেইজনী। তাইক মোক দিয়ক।" মিঙ্গিমাহাই টেঙ্গুলাৰ এই কথাৰ একো উত্তৰ নিদি পমীলাক ওচৰলৈ মাতি আনি তেওঁক আগৰে পৰা গুৰিলৈকে চাই হাঁহি হাঁহি সুধিলে—"গাভৰু! তোৰ টেঙ্গুলাত মন সোমাইছেনে?" পমীলা—"সেনাপতি! মোৰ এটা গোচৰ আছে।" মিঙ্গিমাহা—"কিহৰ গোচৰ?" পমীলা—"সেনাপতি! আমাকতো তোমালোকে আনিলাই। আমিনো আৰু কাহানি আমাৰ আই ভাই বোপাইহঁতক পাম? তোমালোকেতো আমাৰ জাতকুল মাৰিবাই। সেই দেখি আমিও নিজৰ কপালকে সাৰোগত কৰি তোমালোকৰ আশ্ৰয় লওঁ বুলিছোঁ। তোমালোকৰ এজনত মই আৰু আন এজনত মোৰ সেই সখী বিয়া সোমাব লাগিব। এতিয়া মই কাত বিয়া সোমাওঁ তাকে গুণাভবাত পাৰিলোঁ।" সেনাপতি—"তোৰ যাকে ইচ্ছা যায়।" পমীলা—"সেনাপতি! এটা কথা। আমাৰ হিন্দুৰ নিয়মমতে তিৰুতাৰ হাতত যেয়ে

আগেয়ে ধৰে সেয়ে সেই তিৰুতাজনী পায়। তোমাৰ সেই (বন্দুলালৈ আঙুলিয়াই) বৰফুকনটোৱেহে মোক আগেয়ে ধৰিছিল। ধৰ্ম্মমতে মই তাৰেহে হব পাওঁ। এতিয়া মোক দেকোন তোমাৰ টেঙ্গুলাইহে বিয়া কৰাব খোজে।” টেঙ্গুলা—“সেনাপতি! তুমি মই ধৰা তিৰুতাজনী নিছা যেতিয়াই এইজনী মইহে পাও।” পমীলা আৰু টেঙ্গুলাৰ কথা শুনি বন্দুলা বৰফুকন ওচৰ চাপি আহি কলে—“সেনাপতি! বিচাৰ কৰক। তাইৰ মোত মন খাইছে আৰু মই তাইক ধৰিছিলোঁ। সেই দেখি তাঁইক মইহে পাওঁ।” মিঙ্গিমাহা—“এনেবিলাক কথাৰ মই এতিয়া বিচাৰ কৰোঁ কেনেকৈ?” টেঙ্গুলা—“সেনাপতি! আদেশ কৰক আমি দুইও পাৰত উঠি মুকলি পথাৰত দাব কোবেৰে কোনে পাব পাৰে এইটো থিৰ কৰোঁ।” বন্দুলা—“সেনাপতি! মই তাত সম্মত আছোঁ।” মিঙ্গিমাহা—“ভাই বন্দুলা! ভাই টেঙ্গুলা! আমাৰ নিজৰ ভিতৰত এজনী তিৰুতাৰ নিমিত্তে কটাকটি কৰা ভাল নহয়। বাৰু এতিয়া মই এই গাভৰুজনী মোৰ নাৱলৈ নিওঁ। ইয়াত থাকিলে তহঁত দুইৰো দন্দ লাগি থাকিব। নাও চপাই যেতিয়া আমি হাদিৰাৰ ওচৰত কোঠ মাৰিমগৈ, তেতিয়া আমি বৰভোজ পাতি দেও পূজা কৰি থিৰ কৰিম।” এই বুলি কৈ মিঙ্গিমাহাই পমীলাক টেঙ্গুলাৰ নাৱৰ পৰা নিজৰ নাৱলৈ আনিলে। পমীলাই নিজৰ অভীষ্ট সিদ্ধ হোৱা পাই, মনে মনে হাঁহিলে। মানহঁতে ইয়াৰ পাছতে আকৌ নাও মেলি দিলে।

এইদৰে ওৰে দিনটো গৈ মানহঁতৰ নাওবিলাক গধূলি জৈনাৰ ঘাট চাপিলগৈ। তাতে নাও বান্ধি মানহঁত পাৰত উঠি ৰন্ধাবঢ়া কৰি খালে। বন্দীবিলাকক হাতে ভৰিয়ে বান্ধি পেলাই লৈ মুখত মদ ভাত কটিয়াই দি সেই নিশালৈ সেই ঠাইতে ৰ'ল। বাটত বৰপেটা আদি ঠাইত একো অত্যাচাৰ নকৰিলে। পিছদিন ৰাতিপুৱা সিহঁতে আকৌ নাও মেলি দি দুদিনৰ মূৰত বগুৰিবাৰি মৌজাৰ মইনবৰি গাওঁ পালেগৈ।

# দ্বিতীয় অধ্যায়

## মইনবৰি গাৱঁত

বৰপেটা মহকুমাৰ পৰা প্ৰায় পঁচিশ মাইল পশ্চিমে বগুৰিবাৰি মৌজাৰ ভিতৰত মইনবৰি নামে এখন গাওঁ আছে। এই গাওঁখন চাউলখোৱা নৈৰ পাৰত উত্তৰা-দক্ষিণাভাৱে আছে। গাৱঁৰ সমুখতে এখন মুকলি সৰু পথাৰ। সমুখত এটা উত্তৰা দক্ষিণাকৈ আলি। গাওঁখন ডাঙৰ, প্ৰায় দুশ আঢ়ৈশ ঘৰ মানুহৰ বসতি। পূবে আৰু দক্ষিণে চাউলখোৱা নৈ। সেই নৈৰে সেই সময়তো গাৱঁৰ মানুহবিলাকে উজাই বৰপেটালৈ আৰু ভটিয়াই গোৱালপাৰালৈ অহাযোৱা কৰিছিল। পচিমে এখন বৰ মুকলি পথাৰ। সেই পথাৰত মানুহবিলাকে ধান সবিয়হ কৰিছিল। দক্ষিণে প্ৰায় ব্ৰহ্মপুত্ৰৰ পাৰলৈকে এখন অগাধ-অটব্য অৰণ্য। সেই অৰণ্যৰ পৰা গাৱঁলীয়াহঁতে খেৰ খাগৰি ইত্যাদি আনে আৰু তাত মাজে মাজে জাল পাতি মাঘৰ আৰু বহাগৰ বিহুত পহু ধৰে। অৰণ্যৰ ভিতৰত ভালেমান ডোবা আৰু বিলো আছিল ; সেই বিলবিলাকত মাজে মাজে গাৱঁৰ মানুহবিলাকে ৰাইজ উঠি মাছ মাৰিছিল। গাৱঁৰ মানুহবিলাক উদ্যোগী, সাহী আৰু সুখী আছিল।

মানহঁতে দুদিন চাউলখোৱা নৈৰে ভটিয়াই তিনি দিনৰ দিনা

এই মইনবৰি গাওঁ পালে। সিহঁতৰ নাওবিলাক ঘাটত চপাৰ আগেয়ে মইনবৰিৰ মানুহবিলাকে ঘৰদুৱাৰ এৰি হাবিয়ে বনবনিয়ে সোমালগৈ। মইনবৰি পায়েই মানহঁতে সিহঁতে আগেয়ে পঠোৱা মান কটকী কেইটাৰ পৰা শুনিলে চন্দ্ৰকান্ত ৰজাই হেনো হাদিৰাত্ত সৈন্য সামন্ত গোটাই সিহঁতে সৈতে আকৌ ৰণ দিবলৈ সাজু হৈ আছে। মিঙ্গিমাহাই কেতিয়াও নেভাবিছিল যে চন্দ্ৰকান্ত ৰজাই গুৱাহাটীৰ যুঁজত হাৰি আকৌ সিহঁতে সৈতে ৰণ দিব পাৰিব। এতিয়া মইনবৰি পাই এই কথা শুনি মিঙ্গিমাহাই বামেদি অহা মানজাক আহি নোপোৱালৈকে আৰু আগবাঢ়ি যোৱাটো উচিত যেন বিবেচনা নকৰি তাতে সিজাক মানলৈ বাট চোৱাটোকে যুগুত ভাবি মইনবৰি গাৱঁতে বাহৰ কৰিবলৈ থিৰ কৰিলে। মানহঁতে নাৱৰ পৰা নামি গাৱঁত সোমাই গাৱঁলীয়া মানুহবিলাকে এৰি থৈ যোৱা ঘৰবিলাকত বাহৰ কৰিলে। মিঙ্গিমাহাই এটা বৰ ডাঙৰ হাউলিত নিজে ব'ল আৰু গাৱঁৰ পৰা বাঁহ কটাই আনি বন্দীবিলাকক থবলৈ তিনি চাৰিটা ঘৰ সজালে। সেই ঘৰকেইটাৰ বেৰবিলাক ডাল বাঁহেৰে দিয়ালে আৰু ঘৰ কেইটা নদীৰ পাৰতে অলপ অঁতৰা-আঁতৰি কৰি সজাই তাৰ ওচৰত কেতখিনি পৰীয়া মান থাকিবলৈ সৰু সৰু ঘৰ কৰাই দিয়ালে। সি লক্ষ্মীকান্ত বৰুৱাক এটা ঘৰত, বৰনগৰীয়া বৰুৱাক এটা ঘৰত আৰু শান্তিৰাম ভকতক এটা ঘৰত থলে। পমীলা আৰু মনোমতী দুইওকে নিজে থকা ঘৰটোৰ ওচৰতে এটা ঘৰ কৰাই তাতে থলে। এইদৰে মিঙ্গিমাহাই মইনবৰিত কোঠ মাৰিলে।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে গুৱাহাটীত মানক বলে নোৱাৰি ৰাতাৰাতি এখন সৰু চুচি নাৱেৰে ব্ৰহ্মপুত্ৰই দি ভটিয়াই চাৰিদিনে গোৱালপাৰা পাইছিলহি। গোৱালপাৰা পাই স্বৰ্গদেৱে নিজৰ লুপ্ত ৰাজ্য উদ্ধাৰ কৰিবলৈ আকৌ চেষ্টা কৰিলে। তেওঁ এযোৰা মানুহ কলিকতালৈ গবৰ্ণৰ জেনেৰল লৰ্ড আমহাৰ্ষ্টৰ গুৰিলৈ পঠালে। এযোৰা মানুহ পঞ্জাবলৈ শিখ ৰণুৱা আনিবলৈ পঠালে; আৰু নিজে গোৱালপাৰাত থকা ইংৰাজৰ প্ৰতিনিধি ডেভিডচন চাহাবক সহায় খুজি নথৈ কাবৌ কোকালি কৰিলে। ডেভিডচন চাহাবে তেওঁৰ কথা সকলোবিলাক জনাই তেতিয়াৰ ৰংপুৰৰ ডেভিড স্কট চাহাবলৈ চিঠি লিখি চন্দ্ৰকান্ত ৰজাক সহায় দিবলৈ অনুমতি খুজিলে। স্কট চাহাবে সেই চিঠিৰ একো উত্তৰ নিদি চিঠি ইণ্ডিয়া গবৰ্ণমেণ্টলৈ পঠালে। ইণ্ডিয়া গবৰ্ণমেণ্টে সেই চিঠি পাইও ততালিকে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক সহায় কৰিবলৈ একো অভিপ্ৰায় নকৰিলে। (Non-intervention policy) (১) ননইণ্টাৰভেনচন পলিচিৰ অৰ্থাৎ "আমি কাৰো ৰাজ্যত হস্তক্ষেপ নকৰোঁ" এই মতৰ বশবৰ্ত্তী হৈ ইংৰাজ গবৰ্ণমেণ্টে অসমীয়া জাতিৰ উদ্ধাৰৰ অৰ্থে ততাতৈয়া প্ৰতিকাৰ নকৰিলে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে একো উপায় নেপাই হাদিৰালৈ পাৰ হৈ গৈ নিজে ওচৰৰ গাওঁভূইবিলাকত সোমাই মানুহবিলাকক উত্তেজিত কৰি কিছুমান সৈন্য গোটালে আৰু সেই সৈন্যৰ ওপৰত কৃষ্ণৰাম কলিতা নামেৰে এজন পুৰণি কামৰূপীয়া ভালমানুহক সেনাপতি পাতি আৰু কেতখিনি মচলমান

গোটাই লৈ সেই মচলমানৰ ওপৰত মিৰদৌলা নামেৰে এজন চাহীয়াল মচলমানক সেনাপতি কৰি হাদিৰাত কোঠ মাৰি ৰ'ল। তেওঁ তাত থকাৰ কিছুমান দিনৰ ভিতৰতে পঞ্জাবৰ পৰা চৈতন্য সিং নামেৰে সেনাপতি এজন পাঁচ শ শিখ ৰণুৱা লৈ আহি পালে। সেই শিখ ৰণুৱা পাই স্বৰ্গদেৱে "এইবাৰ মানক বলে পাৰিম" বুলি ভাবি আনন্দ মনেৰে যুঁজৰ আয়োজন কৰি ৰ'ল।

# তৃতীয় অধ্যায়

## মিঙ্গিমাহা আৰু পদুমী

মইনবৰি গাৱঁত মানৰ সেনাপতি মিঙ্গিমাহা যিটো হাউলিত আছিল সেই হাউলিটো ডাঙৰ। তাৰ সমুখতে এখন চোতাল, সেই চোতালৰ দুইওকাষে উত্তৰে আৰু দক্ষিণে দুখন ডাঙৰ বাৰী। হাউলিটোৰ সোঁ মাজতে আঠোটা ঘৰ। আৰু সেই ঘৰ-বিলাকৰ পচিমে এখন ডাঙৰ পাছবাৰী। চৰাঘৰটো সমুখতে; উত্তৰা-দক্ষিণা ভাৱে। ঘৰটো দুপুলীয়া। দক্ষিণৰ পুলিটো সমুখে আৰু দক্ষিণে মুকলি। সেই দুফালে একাঠু মান ওখ, ওপৰত বাঁহৰ খবুৰা খুউৰা দুখন ইকৰাৰ ছুটি বেৰ। উত্তৰ পুলিটো আঁৰ বেৰ দিয়া। দক্ষিণৰ পুলিটোত এখন খাট পতা। চৰাঘৰৰ উত্তৰতে এটা টুপ লগোৱা ঘৰ। সেই ঘৰ পূবা-পচিমা আৰু তাৰ দুৱাৰমুখ ভিতৰ চোতালৰ ফালে। তাৰ ভিতৰত এখন পুথি থাপনা কৰা আছিল। চৰাঘৰৰ পৰা ভিতৰলৈ যাবলৈ দক্ষিণেদি এটা বাট। ভিতৰ চোতালখনৰ দক্ষিণে এটা দীঘল পূবাপচিমা গোহালি। পচিমে গিৰিহঁতৰ এটা উত্তৰা-দক্ষিণা বৰ ঘৰ আৰু উত্তৰে তিনিটা উত্তৰা-দক্ষিণাকৈ শাৰী শাৰী কৈ পতা ভড়ঁাল ঘৰ। বৰ ঘৰৰ আৰু গোহালিৰ মাজেদি পাছ বাৰীলৈ যাব পৰা এটা বাট। সেই পাছবাৰীত বৰ ঘৰৰ গাৰে পৰা তামোল পান, নাৰিকল, টেঙ্গা, জৰা, আম, কঁঠাল ইত্যাদিৰ

গছ ইমান ঘনকৈ ৰোৱা যে কাঁড়ীয়ে কাঁৰ মাৰিলেও সৰকিব নোৱাৰিছিল।

মানৰ সেনাপতি মিঙ্গিমাহাই গাওঁখনৰ ভিতৰত এইটো হাউলিকে ভাল পাই ইয়াতে আছিল। তেওঁ চৰাঘৰটোতে বাস লৈছিল। সেই ঘৰৰ ভিতৰ পুলিটোত তেওঁ শোৱা শয্যা পাতি লৈছিল। বাহিৰৰ পুলিটোত বহামেলা কৰিছিল।

মইনবৰি পাবৰ পিছ দিনা এই চৰা ঘৰটোৰ বাহিৰৰ খাট এখনৰ ওপৰত—মিঙ্গিমাহাই এহাড়ি মদ আগত লৈ বহি আছিল। সেই সময়ত বেলি মাৰ যাওঁ মাৰ যাওঁ হৈছিল ; গছে-পাতে ৰদ আছিল। আকাশখন নিৰ্ম্মল। মিঙ্গিমাহাৰ কাষতে আমি তেওঁৰ নাৱত দেখা সেই গাভৰুজনী আছিল। তেওঁ সেই দিনা বৰ ধুনীয়াকৈ সাজ পাৰ কৰিছিল ; আৰু মিঙ্গিমাহাৰ কাষত বহি দাপোণ এখন চাই ভালকৈ মূৰটো মেলাবলৈ ধৰিছিল। মিঙ্গিমাহাই তাৰ সমুখত থকা মদৰ কলহটোৰ পৰা মদ ঢালি ঢালি লৈ বাটিয়ে বাটিয়ে খাইছিল আৰু মাজে মাজে চেলুয়ই হুপিছিল। তাৰ বাটিৰ একোটুপি মদ গাভৰুজনীকো খুৱাইছিল। গাভৰুজনীয়েও তাক সন্তোষ দিবৰ মনেৰেই হওক বা আন কোন অভিপ্ৰায়েই হওক বাটিটো মুঠেই মুখত লগাই লগাই দিছিল আৰু মূৰ মেলাই উঠি নিজ হাতে মদ ঢালি ঢালি মিঙ্গিমাহাক খুৱাইছিল। মিঙ্গিমাহাই সেই মদ আগ্ৰহেৰে সৈতে খাইছিল আৰু মদৰ ৰাগীত একো একোবাৰ গীত গাইছিল ; একো একোবাৰ গাভৰুজনীক আকোৱালি ধৰিছিল। গাভৰুজনীয়ে সি তেনেকুৱা

ৰুৰাত একো একোবাৰ ডাবিমাৰি কৈছিল—“মিঙ্গিমাহা ! তই আজি কেলেই এনেখন কৰিছ ? অলপ কম কৰি খা।” মিঙ্গিমাহা —“বুকুৰ জীউ ! তই নেজাননে আমাৰ মানব মদ ফটিকায়ে জীউটো ৰাখি থয় ? মোৰ আজি মনটো বৰ ভাল লাগিছে অ। কলিজা ! গীত গা।” গাভৰুজনীয়ে কলে—“তোৰ আৰু সময় অসময় নাই। মইনো এতিয়া কেনেকৈ গীত গাওঁ ?” মিঙ্গিমাহা —“নহয় মইনা ! নাগালেই নহয়।” গাভৰুজনীয়ে তেতিয়া তাৰ আক্ৰোশ এৰাব নোৱাৰি কলে—বাৰু ৰবি বীণখন লই আহোঁ” এই বুলি সিখোটালিলৈ গ’ল। মিঙ্গিমাহাই আকৌ বাটিয়ে বাটিয়ে মদ খাবলৈ ধৰিলে।

মানৰ লগত থকা এই গাভৰুজনীৰ নাম পদুমী। তেওঁৰ বয়স উনৈশ কি কুৰি বছৰ হৈছিল। তেওঁৰ চুলিবিলাক মিহি। মাজে মাজে ঢৌ খেলোৱাৰ নিচিনা ভাজ খোৱা আৰু দীঘল, কঁকাললৈকে পৰা অলপ অলপ ৰঙচুৱা। মুখখনি সুন্দৰ ঘূৰণীয়া অলপ বহল। গাল দুখন পূৰ অলপ অলপ উঠা। তেওঁৰ বৰণ তেজগোৰা বগা, ঢেলঢেলীয়া বগা নহয়। তেওঁৰ কাণ দুখন সৰু সৰু ঘূৰণীয়া। তাতে সৰু সৰু দুটি জঙি শিলিখাৰ সমান কুণ্ডল। এই কুণ্ডল যুৰিয়ে গাল আৰু গলধনত এনে এটি সৌন্দৰ্য্য উলিয়াইছিল যে তাক কৈ এটাব নোৱাৰি। কুণ্ডল যুৰিয়ে যেন কৈছিল—“গাল আৰু গলধন ! আমি তোমালোকৰ যোৰৰ হৈছোঁ নহয়নে ?” গাল আৰু গলধনে যেন কৈছিল—‘আমি এনেই শুৱনী তোমালোকক কেলেই লাগিছে ?” এই দৰে যেন উভয়ে

অৰিয়াঅৰি কৰি শেহত দুইৰো ভিতৰত এনে এটা মিল দেখুৱাই-ছিল যেন সোণত সুৱগাহে মিলিছিল। পত্নমীৰ চকুযুৰি উজ্জ্বল আৰু ক'লা, ওপৰৰ ভূৰুযুৰি যেন তুলিৰেহে অঁকা। নাকটো দীঘল, টনটনীয়া, সাইলাখ বাঁহী এটিৰ দৰে থুতৰিটো ঘূৰণীয়া। ডিঙিটো নিয়মৰ, চুটিও নহয় দীঘলো নহয়। তেওঁৰ হাত দুখন ঠগুৱা। দুইওখন হাতেই ঘূৰণীয়া, যেন কুন্দতহে কটোৱা। আঙুলিবিলাক আগফালে সৰু, গুৰিৰ ফালে ঘূৰণীয়া। হাত দুখনত দুডাল সোণৰ বালা। সোণৰ বৰণে বোলে মই চাৰ। হাতৰ বৰণে বোলে মই চাৰ। পত্নমীৰ গাটো শকত আৱত কিন্তু সেই বুলি তেওঁ ধাধহী নাছিল। তেওঁৰ সেই গাত এটা চোলা কঁকালৰ অলপ নামলৈকে পৰা। তেওঁৰ বুকুখন ওখ, যেন তেওঁৰ যৌবনৰ গোটেই ভৰটো তাতে থুপ খাইছিল আৰু তেওঁৰ যেন মানুহৰ আগত তেওঁৰ সেই যৌবনৰ ভৰটিয়ে বুকু ফিন্দাইহে ফুৰিবলৈ দিছিল।

পাঠক! আপোনাসকলে পত্নমীৰ ৰূপৰ বিষয়ে যি ভাবে ভাবক। কিন্তু আমি শুনিছিলোঁ পত্নমী হেনো এজনা অসমীয়া গাভৰু আছিল আৰু তেওঁ সৰুতে পাট গাভৰু থাকোঁতে হেনো তেওঁক তেওঁৰ লগ সমনীয়া ছোৱালীবিলাকে—

"হাতো পত্নমী ভৰিও পত্নমী
ৰুক্মিণীৰ পত্নমী নাম"

ইত্যাদি বিধৰ নাম গাই জোকাইছিল।

পত্নমীৰ স্বভাৱ হেনো সৰুতেও গহীন আৰু গোমোঠা বিধৰ

আছিল। তেওঁ যেই সেই মানুহকে সতকাই নামাতিছিল। কেনোবাই কোনো কথা সুধিলে হেনো মুঠতে "হোঁ বা নউ" এনে এটি উত্তৰহে দিছিল। মন খুলি বা বৰকৈ হাঁহি মাতি কথা-বতৰা নকৈছিল। ইয়াতে হেনো তেওঁক অনেকেই পাগল স্বভাৱৰ গাভৰু বুলি থিৰ কৰিছিল।

মিঙ্গিমাহাৰ লগত পৰি তেওঁৰ সেই গোমোঠা স্বভাৱ বেছি প্ৰবলহে হৈছিল। তেওঁক মানুহে পোন ঢালতে দেখিলেই গপাল স্বভাৱৰ বুলি বিবেচনা কৰিছিল; কিন্তু যেয়েই তেওঁৰ স্বভাৱ ভালকৈ বুজি চাবলৈ চেষ্টা কৰিছিল সেয়েই ধৰিব পাৰিছিল যে তেওঁ আচল গোমোঠা আৰু নিমৰমিয়াল স্বভাৱৰ নাছিল। তেওঁ দৰাচলে গহীন আছিল আৰু কিবা এটা মন্দ প্ৰাক্তনত পৰি পাতল স্বভাৱৰ তিৰুতাৰ দৰে "হাইঔ বিয়ৌ" নকৰি এটি স্থিৰ প্ৰতিজ্ঞাৰ ভাৱহে ধাৰণ কৰিছিল। তেওঁৰ হৃদয়খনো মৰমেৰে ভৰা আছিল। কিন্তু তেওঁ ৰাঙ্গধালী গাভৰুৰ দৰে সেই মৰম দেখুৱাব নেজানিছিল। মৰম দেখুৱাব নাজানি হেনো ভিতৰতে দেই-পূৰি মৰিছিল। ‘পত্নমীৰনো পূৰ্ব্ব বৃত্তান্ত কি, তেওঁৰনো মন্দ প্ৰাক্তন কেনেকৈ হ'ল, পাঠক! এই বিষয়ে লাহে লাহে জানিব।

ভিতৰৰ পৰা বীণখন লৈ পত্নমী ওলাই আহিল। ভালকৈ চূণ দি তামোল এখন খাই চুলি মেলি মিঙ্গিমাহাৰ আগত বহিল। মিঙ্গিমাহাই সেই চুলিটাৰত হাত ফুৰাবলৈ ধৰিলে। তাৰ পাছত কলে—"বুকুৰ জীউ! গীতটো গা।" পত্নমীয়ে তেতিয়া

বীণখন টুং টুং টাং টাং কৰি বজাই নিজে মোহিত হৈ আৰু মিঙ্গিমাহাকো মোহিত কৰি মিঠা মাতেৰে গাবলৈ ধৰিলে—

আহিলে বসন্ত—সুমধুৰ ঋতু
জগৎ শীতল কৰি।
জগত শীতল—মলয় সমীৰে
কৈক লাগি গৈল হৰি ॥
গছে গছে পৰি—কোকিলে কুহয়
পঞ্চমত ৰাব তুলি।
পঞ্চমত ৰাৱে সুমধুৰ সুৰে
ইটো প্ৰাণ নেয় হৰি ॥
কেতেকী কুসুম—আৰ ফুলচয়
গোন্ধতে আমোল মোল।
অশোক কিংশুক—ফুলে জকমক
ৰূপতে নাহিক তুল ॥
ৰূপতে আকুল—আমি গোপনাৰী
বসন্তে দহয় প্ৰাণ।
এনুৱা বসন্তে—নাহিলে কৃষ্ণাই
বিৰহে আকুল মন ॥
বিৰহে আকুল—আমি অভাগিনী
প্ৰেমতে আকুল হিয়া
প্ৰেমতে আকুল—আমি ব্ৰজবালা
চৰণে মাগিছোঁ ছাঁয়া ॥

কৃষ্ণৰ চৰণ-পঙ্কজকে আমি
লইলু আশ্ৰয় কৰি।
গোপীক এৰিয়া—প্ৰাণৰ কলীয়া
কৈক লাগি গৈল চলি ॥

সুমধুৰ সুৰে পত্নুমীয়ে বীণ বজাই বজাই এই নামটো গালে। মিঙ্গিমাহাই ধুলধুলীয়া চকুৰে পত্নুমীলৈ চাবলৈ ধৰিলে। তাৰ পাছত কলে—“বুকৰ জীউ! তোক মই বৰ ভাল দেখোঁ! তোক মই বৰ ভাল পাওঁ।” পত্নুমীয়ে কলে—“মিঙ্গিমাহা! মইও তোক ভাল পাওঁ। বাৰু মই তোক এটা বস্তু খোজোঁ তই দিবিনে?” মিঙ্গিমাহা—“কি বস্তু পত্নুমী?” পত্নুমী—“মই আজি এবাৰ বন্দীবিলাকক চাওঁ বুলিলোঁ। তই মোক সিহঁতক চাবলৈ ক্ষন্তেক পৰ এৰি দে।” মিঙ্গিমাহা—“বাৰু তোক যাবলৈ দিলোঁ। মইও সেই তিৰুতা দুজনী কেনে আছে চাই আহোঁ।” পত্নুমী—“বাৰু চাগৈ; কিন্তু তই সিহঁতলৈ মন নিদিবি।” মিঙ্গিমাহা—“বুকৰ জীউ! তই কেতিয়াও মই তোক এলাগী কৰিম বুলি নেভাবিবি। মুঠতে মই তাইহঁতে সৈতে ধেমালি কৰি আহোঁ” এই বুলি কৈয়েই মিঙ্গিমাহাই ঘৰৰ পৰা ওলাই পমীলা মনোমতীৰ ঘৰৰ ফাললৈ বাট ললে। পত্নুমীয়েও সি ওলাই যোৱাৰ পাছতে দিনতে আনি থোৱা নাৰিকল ছুটা, টেঙা ছুটা, কটাৰি এখানে সৈতে লৈ বন্দীঘৰৰ ফালে বাট ললে।

# চতুৰ্থ অধ্যায়

## পমীলা—মনোমতী—মিজিমাহু

মানহঁতে পমীলাকে আৰু মনোমতীকে একেলগে থোৱাত মনোমতীৰ দুখতো অলপ সুখ হৈছিল। ৰাঙ্গধালী পমীলাই মনোমতীক নানা তৰহৰ কথা-বতৰা কৈ উছাহ দি আছিল; আৰু সেই বিপদৰ সময়তো খুহুতীয়া কথা কৈ মনোমতীৰ জঁয় পৰা মনত অলপ ৰঙ্ লগাইছিল।

মইনবৰি গাৱঁতো পমীলা মনোমতীৰ আজি দুদিন নিৰাহাৰ। মানহঁতে তেওঁবিলাকৰ জাতকুল মাৰিবৰ অভিপ্ৰায়ে তেওঁ-বিলাকক সিহঁতৰ ৰন্ধা ভাত আনি আনি দিছিল। চতুৰী পমীলাই ঘৰৰ ভিতৰতে নিজৰ কঁকালত থকা হাচতিৰ কটাৰী এখনেৰে গাত এটা খানি লৈ মানহঁতৰ ভাতবিলাক সেই গাতত পেলাই পেলাই দিছিল; আৰু ভোকে লঘোনে তেওঁবিলাকে দুদিন দুৰাতি কটাইছিল। এতিয়া গধূলি হোৱাত দুইও সখীয়েকে চুক এটাত পৰি ডিঙিত ধৰাধৰি কৰি কথা-বতৰা পাতি মনৰ দুখ মনতে সামৰিছিল। মনোমতীয়ে কৈছিল—"সখি! আমাকনো কিহে পালে?" পমীলা—"আন একো নহয় সখি! আমাক কালেহে পাইছে।" মনোমতী—"সখি! ইহঁতে আমাৰ দেউতাকনো কলৈ নিলে? কি কৰিলে? প্ৰভুৱেনো আমাৰ কপালত ইয়াকেহে লিখিছিলেনে?" পমীলা—"সখি! ইয়াকে নিলিখিলেনো আমাৰ এনেকুৱা বিলাই কেলেই হ'লহেঁতেন?" মনোমতী—"সখি! এই পিশাচহঁতে আমাকনো কি কৰিব

খুজিছে ?” পমীলা—“ইহঁতে হেনো বুঢ়ী আৰু ছোৱালীবিলাকক কাটি পেলায়। ভাল ভাল গাভৰুবিলাকৰ হেনো জাতকুল মাৰে।” মনোমতী—“সখি! পিশাচইঁতে আমাক ইয়াকে কৰিবলৈহে ৰাখিছেনে ?” পমীলা—“এৰা! তোমাৰ ওপৰত মানৰ সেনাপতি তিলোৱাৰ চকু পৰিছে। মোৰ ওপৰত বা বিশেষকৈ কাৰ চকু পৰিছে কব নোৱাৰোঁ। বাৰু! তোমাক এটা কথা সোধোঁ। তুমিনো মানৰ ভাত খাব পাৰিবানে ?” মনোমতী—“জীউটো গলেও মই পিশাচৰ তিৰুতা হব নোৱাৰিম।” পমীলা—“যদি বল কৰি সেনাপতিয়ে তোমাৰ গাত ধৰে তেন্তেনো কি কৰিবা ?” মনোমতী—(কাপোৰৰ তলৰ পৰা ক্ষুৰখন উলিয়াই দেখুৱাই) “এই ক্ষুৰেৰে হয় তাৰ ডিঙিত নহয় মোৰ নিজৰ ডিঙিত ৰেপ দিম।” পমীলা—“তোমাৰ নিজৰ ডিঙিত ৰেপ দিয়া ভাবটো এৰা। পাৰিলে পিশাচৰ ডিঙিত ক্ষুৰখন বহুৱাবা।” মনোমতী—“বাৰু তাকে হলেও কৰিম কিন্তু কোৱাচোন সখি! তুমি নো কি কৰিবা ?” পমীলা—“সখি! মই পিশাচক বান্দৰৰ দৰে নচুৱাম। ডুটাক নচুৱাইছোঁ দেখিছাই। কেৱল সেনাপতিক নচুৱাব পৰা নাই।” এইদৰে দুইও সখীয়েকে কথা-বতৰা পাতি থাকোঁতেই মিঙ্গিমাহা আহি ঘৰৰ ভিতৰত সোমাল। সি ঘৰৰ ভিতৰত সোমোৱা মাত্রেই মনোমতী ভয়তে চুকত সোমালগৈ। চতুৰী পমীলাই মিচিক কৰি হাঁহি এটি মাৰি আগবাঢ়ি আহি মিঙ্গি-মাহাক কলে—“সেনাপতি! আজি আমাৰ কি ভাগ্য যে

আপুনি আমাৰ ঘৰলৈ আহিল।” মিঙ্গিমাহা—“তোমালোক কেনে আছা, মই তাকে চাবলৈ আহিছোঁ।” পমীলা—“সেনাপতিৰ আমালৈ বৰ মৰম।” মিঙ্গিমাহা—“এৰা, বৰ মৰম। আমি তোমালোকৰ নিচিনা গাভৰুক বৰ ভাল পাওঁ নহয়নে? বাৰু তোমালোক কেনে আছা?” পমীলা—“সেনাপতিৰ অনুগ্ৰহত আমি এই ঘৰৰ ভিতৰতে ৰজাৰ ঘৰত থকা যেন পাইছোঁ।” মিঙ্গিমাহা—“তোমালোকৰ খোৱা লোৱাত একো দুখ হোৱা নাইনে? পমীলা—“সেনাপতি! তোমালোকৰ ভাতবিলাক বৰ মিঠা। কিন্তু সেই ফটিকাবিলাকহে দেখোন কেনেবা কেচে মাকেচেম্ গোন্ধায়।” মিঙ্গিমাহা—“তুমি এতিয়াও ফটিকাৰ সোৱাদ বুজিব পৰা নাই। এবাৰ ফটিকাৰ সোৱাদ পালে বুজিবা ফটিকা কেনে ভাল বস্তু। এবাৰ ফটিকাত মুখ বহিলে সদায় আমাৰ ফটিকা খাবলৈহে মন কৰিবা।” পমীলা—“হব পাৰে। আপোনালোকৰ নিচিনা দিগ্বিজয়ী বীৰ সকলে যেতিয়া ফটিকা ইমান ভাল বস্তু বুলি কৈছে তেতিয়া ফটিকানো কেনেকৈ বেয়া হব পাৰে? আমাৰ খাব খোৱা জীভাত ভাল নালাগিলেই এনে দেৱতাৰ দুৰ্ল্লভ বস্তু বেয়া হব পাৰেনে?” মিঙ্গিমাহা—“হয়। তুমি যথাৰ্থ কথা কৈছা। বাৰু কোৱাচোন তোমাৰ লগৰ সিজনী কলৈ গ’ল?” পমীলা—“তাই ভয় খাই সৌ চুকত সোমাইছেগৈ।” মিঙ্গিমাহা (হাঁহি হাঁহি)—“কিহৰনো ভয়! আমি কিবা বাঘনে, তাইক খাই পেলাম?” পমীলা—“সেনাপতি! তাই ন ছোৱালী। একোকে নেজানে।

সেই দেখি তাই আপোনাক অহা দেখি ভয়তে মুচকচ্ গৈ চুকত সোমাইছে।” মিঙ্গিমাহা—“একো ভয় নাই। তাইক এবাৰ ইফালে আহিবলৈ কোৱা।” মিঙ্গিমাহাৰ এই কথাত পমীলাই সখীয়েকক মাতি কলে—“সখি! এবাৰ ইফালে নাহা কেলেই?” পমীলাৰ এই কথাত মনোমতীয়ে একো উত্তৰ নিদি আৰু কুচি-মুচি চুকত সোমাল; এনেতে মিঙ্গিমাহাই এখোজ দুখোজ কৰি মনোমতীৰ ফাললৈ গ'ল আৰু তেওঁৰ ওচৰ চাপি কবলৈ ধৰিলে—“তুমি ভয় কৰিছা কেলেই?” মনোমতীয়ে কলে—“সেনাপতি! তোমাৰ যদি অলপো ধৰ্ম্মৰ ভয় আছে তেন্তে তুমি মোৰ ওচৰ নাচাপিবা। কাবৌ কৰিছোঁ মোক এৰি দিয়া।” মিঙ্গিমাহা—“মইনা! তোমাক এৰি দিব নোৱাৰোঁ। তোমাক মই বৰ ভাল পাওঁ। তোমাৰ ৰূপত মই তেনেই ভোল গৈছোঁ।” মনোমতী—“সেনাপতি! আপুনি বীৰ। আপুনি ডাঙৰ মানুহ। আপুনি আপোনাৰ স্বদেশীয় ৰূপৱতীবিলাকক মৰম কৰকগৈ। আমাৰ নিচিনা দুৰ্ভগীয়া আপোনাৰ মৰমৰ যোগ্যা নহওঁ। বিশেষ আপুনি আমাৰ শত্ৰু। আপোনাক কেতিয়াও আমি ভাল পাব নোৱাৰিম।” মিঙ্গিমাহা—“বুকৰ জীউ! তুমি যিহকে ভাল পোৱা মই তাকে কৰিম। তোমাৰ পিতাৰাক এৰি দিম; আৰু আন আন যাকে এৰি দিবলৈ কোৱা তাকে এৰি দিম। মোত তুমি ভজা।” মনোমতী—“বীৰ! আপোনাৰ যদি দৰাচলতে মোলৈ কৃপা আছে তেন্তে অনুগ্ৰহ কৰি আমাৰ এটাইবিলাকক এৰি দিয়ক। আমাক মাৰিনো আপোনাৰ কি লাভ হব? আপুনি

আমাক এৰি দিয়ক। আমি আপোনাৰ অক্ষয় কীৰ্ত্তি গাম।” মিঙ্গিমাহা—“তোমালোকৰ এটাইবিলাককে বাৰু মই এৰি দিম; কিন্তু তুমি কোৱাচোন মোক তুমি ভাল পাবানে?” মনোমতী—“আপুনি যদি আমাৰ এটাইবিলাককে এৰি দিয়ে তেন্তে আপোনাক মই পিতৃৰ দৰে ভাল পাম।” মনোমতীৰ এই কথাত মিঙ্গিমাহাৰ মুখ ক'লা পৰিল। নিৰস মনেৰে কলে—“তুমি মোক পিতৃৰ দৰে মৰম কৰিব নেলাগে। তোমাৰ গোলাম বুলিহে মৰম কৰিব লাগে।” মনোমতী—“মই আপোনাৰ নিচিনা বীৰ এজনক গোলাম বুলিবলৈ কি সাহ আছে?” মিঙ্গিমাহা—“তোমাৰ তেন্তে স্বামী বুলি মৰম কৰিবা।” মনোমতী—“আপুনি যেতিয়াই ইমান বিলাক বীৰৰ স্বামী, তেনেস্থলত মই স্বামী বুলিলেহে আপুনি স্বামী হবনে?” মিঙ্গিমাহা—“মই সেই ভাৱত স্বামী বুলিবলৈ কোৱা নাই। মই কৈছোঁ তুমি মোৰ তিৰুতা হবা নে?” মনোমতী—“মই কেতিয়াও তোমাৰ তিৰুতা হব নোৱাৰোঁ।” মিঙ্গিমাহা—“লাহৰি! তুমি ফুল! মই ভোমোৰা। তুমি যদি মোক তোমাৰ ফুলৰ মৌ স্বইচ্ছাতে খাব নিদিয়া তেন্তে মই বল কৰি খাম।” মনোমতী—“আপোনাৰ চিৰকাললৈকে কলঙ্ক ৰব।” মিঙ্গিমাহা—“মোৰ কলঙ্ক হলেও তোমাক মই মোৰ মনৰ পৰা বাজ কৰিব নোৱাৰিম। কোৱাচোন তুমি মোৰ হবানে?” মনোমতী—“এই জীউটো গলেও মই তোমাৰ হব নোৱাৰিম।” মনোমতীৰ এই কথাত মিঙ্গিমাহাই চকু দুটা ৰঙা কৰি বাহু আফালি “বাৰু তোকনো কোনে ৰাখে চাওঁ” এই বুলিয়েই

সি মনোমতীক খেদা মাৰি গ'ল। মনোমতীয়েও বিপদত ধৈৰ্য্য নেহেৰুৱাই ততালিকে কাপোৰৰ তলৰ পৰা ক্ষুৰখন উলিয়াই দেখুৱাই কলে—“পিশাচ! আহ। এই ক্ষুৰ তোৰ ডিঙিতে বহুৱাম!” মিঙ্গিমাহায়ো তৎক্ষণাৎ কঁকালৰ খাপৰ পৰা তৰোৱালখন উলিয়াই দেখুৱাই কলে—“তোক এই তৰোৱালেৰে একে কোবে কাটিম।” মনোমতী—“তই মোক তৰোৱালেৰে কাট। মোৰ পক্ষে সিও ভাল। তেও মই তোক মোৰ গা চুব নিদিওঁ।” মিঙ্গিমাহাই মনোমতীৰ সাহ দেখি আৰু কথা শুনি তৰোৱালখন সুমাই থৈ কলে—“বাৰু! আজিলৈ তোক এৰিলোঁ। কিন্তু মই চাম তইনো মানৰ ভাত খাৱনে নেখাৱ।” ইয়াৰ পাছতে সি পমীলাক চকুৰ আগতে দেখি কলে—“তই বৰ দুষ্টা! তয়েই তাইক এনেবিলাক বুধি দিছ।” পমীলা—“সেনাপতি! আপুনি পুৰুষ হৈ এজনী তিৰুতাকে বশ কৰিব নোৱাৰিলেঁ। এতিয়া মইহে দোষী হলোঁ?” মিঙ্গিমাহা—“তোক আৰু মই তাইৰে সৈতে একেলগে নথওঁ।” পমীলা—“ভাল। কিন্তু তুমি মোক অকলৈ এঠাইত থলে তোমাৰ ৰণুৱা দুটাই কটাকটিকৈ মৰিব।” মিঙ্গিমাহা—“মই তোকো কাকো নিদিওঁ। তইও মোৰে হবি। বাৰু! আজিলৈ মই যাওঁ।” এই বুলি মিঙ্গিমাহা ঘৰৰ ভিতৰৰ পৰা ওলাল। ওলায়েই তেওঁ সমুখতে এটা ৰঙা পাগুৰিৰে সৈতে মানুহ পালে। সেই মানুহটোৱে মিঙ্গিমাহাৰ হাতত এখন চিঠি দিলে। মিঙ্গিমাহাই সেই চিঠিখন লৈ মানুহটোক বিদায় দি নিজৰ বহালৈ গ'ল।

# পঞ্চম অধ্যায়

## মানৰ উপদ্ৰৱ

বৰনগৰীয়া বৰুৱাৰ গড় আক্ৰমণ কৰিবৰ পিছ দিনা মিঙ্গিমাহাৰ আদেশ মতে হলকান্ত বৰুৱাই ইজাক মান লৈ বৰনগৰৰ আমবাৰী, চক্‌চকা ইত্যাদি ঠাইলৈ গ'ল। সেই ঠাইবিলাকত লুট্‌পাট কৰি মানহঁতে ৰূপসীৰ কলগেছিয়া, উদমাৰি ইত্যাদি গাৱঁেদি ক্ৰমে মইন্‌বৰিৰ ফালে ভটিয়াবলৈ ধৰিলে। সিহঁতৰ অত্যাচাৰ, ভীষণ নিষ্ঠুৰতা আৰু পৈশাচিক কাণ্ডত অসমীয়া মানুহ জ্বলাকলা হৈ পৰিল। মানহঁতে যি যি গাৱঁত গাৱঁলীয়া মানুহৰ পৰা কোনো বাধা বিঘিনি নাপাইছিল সেই সেই গাৱঁত ধন সোণ লুটপাট কৰাত বাজে আন একো বিশেষ উপদ্ৰৱ কৰা নাছিল। কিন্তু যি যি গাৱঁত গাৱঁলীয়া মানুহবিলাকে সাহ কৰি সিহঁতৰ লগত যুঁজ দি ঘাটিছিল, সেই সেই গাৱঁত সিহঁতৰ উপদ্ৰৱ বৰ্ণনাৰ অতীত হৈছিল। সিহঁতে ঠায়ে ঠায়ে মতাকে মাইকীকে একেলগে তলাওপৰা কৰি বান্ধি দুইকো একে ঘায়ে কাটিছিল। গিৰিয়েকটোক বান্ধি থৈ তাৰ চকুৰ আগতে তাৰ গাভৰু তিৰুতাজনীৰ সতীত্ব নাশ কৰি গিৰিয়েকৰ আগত ঘৈণীয়েকক, ঘৈণীয়েকৰ আগত গিৰিয়েকক কাটিছিল। কিছুমান মানুহক সিহঁতে হাতত খিলা মাৰি কঁকালত ডোল লগাই লৈ ফুৰাইছিল। কোনো কোনো মানুহক সিহঁতে বাটে পথে মাছ পছুৰ

দৰে বান্ধি বান্ধি পেলাই লৈ সিহঁতক জাঠি জোঙেৰে খুচি বিন্ধি মাৰি সিহঁতৰ মঙ্গহ কাউৰী শগুনক খুৱালে। ঠায়ে ঠায়ে সিঁহতে অসমীয়া মানুহ কেতবিলাকক একেটা ঘৰত সুমাই লৈ দুৱাৰ বান্ধি ঘৰত জুই দি জাকি দি পুৰি মাৰিলে। ঠায়ে ঠায়ে মাকৰ বুকৰ পৰা কেচুৱা লৰা কাঢ়ি লৈ মাকৰ চকুৰ আগতে সেই কেচুৱা লৰাক ওপৰলৈ ধোপ মাৰি দি তলত তৰোৱাল পাতি কাটি সেই কেচুৱা লৰাৰ মঙ্গহ মাকৰ মুখত কঁটিয়ালে। সিহঁতৰ অত্যাচাৰত, সিহঁতৰ উপদ্ৰৱত অসমীয়া মানুহে গাওঁ এৰি হাবিয়ে বননিয়ে পলাল। ভালেমান মানুহ বিজনী, গৌৰীপুৰ, গোৱালপাৰা ইত্যাদি ঠাইত সোমালগৈ। অনেক মানুহ পলাই চিলমাৰি ধুবুৰিৰ ফাললৈ গ'ল। কিছুমান মানুহ পলাই হেনো ভোটান পাহাড়েদি তিব্বত (১) পালেগৈ। কিছুমান মানুহ সিহঁতে লগতে ধৰি ধৰি ললে।

এইদৰে নিচলা অসমীয়া জাতিক এফালৰ পৰা কাটি মাৰি নাশ কৰি, বৰনগৰ, ৰূপসী শ্মশানত পৰিণত কৰি হলকান্ত বৰুৱাৰ মানজাকে মইনবৰিৰ ফাললৈ যাবলৈ ধৰিলে।

# ষষ্ঠ অধ্যায়

## শান্তিৰাম ভকত

মিঙ্গিমাহাত বিদায় লৈ পতুমী বন্দীঘৰবিলাকৰ ওচৰলৈ আহিল। আৰু এটি ছুটিকৈ বন্দীঘৰবিলাক চাই শান্তিৰাম ভকত থকা ঘৰটোৰ দুৱাৰমুখত থিয় দিলেহি। তেওঁ দুৱাৰমুখত থিয় হোৱা মাত্ৰেই দুৱাৰ-ৰখীয়া মানটোৱে কলে —“আই! বন্দীশালৰ ভিতৰলৈ সেনাপতিয়ে কাকো সোমাবলৈ নিদিয়ে।” পতুমীয়ে কলে—“মোক সেনাপতিয়ে সোমাবলৈ অনুমতি দিছে। বাৰু হয়নে নহয় এই আঙঠিটো চা” এই বুলি আঙঠিটো দেখুৱালে। দুৱাৰৰখীয়া মানটোৱে তেতিয়া দুৱাৰ এৰি দি নিজৰ বহালৈ গ’ল। পতুমীয়ে লাহে লাহে গৈ শান্তিৰাম ভকতৰ ওচৰ পালে আৰু তেওঁৰ কাষত বহিলগৈ।

যেতিয়া পতুমী গৈ ঘৰৰ ভিতৰত সোমাইছিল, শান্তিৰাম ভকতে তেতিয়া খেৰ একোচাৰ ওপৰত পৰি তন্দ্ৰা গৈ আছিল। ভকতৰ আজি চাৰি-পাঁচ দিন ভাত-পানী নাই। মানহঁতে ৰল কৰি তেওঁৰ মুখত মদ-ভাত কঁটিয়ালেও, তেওঁ সেই মদ-ভাত, গলৰ পৰা সিফাল নকৰিছিল। অনাহাৰে মৰিব তেও অবস্তু স্বইচ্ছায় ভোজন নকৰিব এইটো দৃঢ় প্ৰতিজ্ঞা মনতে ৰাখি তেওঁ

আজি চাৰি পাঁচ দিনে জলগ্ৰহণ কৰা নাছিল। ভোক লঘোনৰ ৰাই-জাঁইত তেওঁ খেৰ এসোপাৰ ওপৰত পৰি তন্দ্ৰা গৈ আছিল। সেই তন্দ্ৰাৰ ভিতৰতে কিবাকিবি সপোন দেখিছিল। তেওঁ দেখিছিল তেওঁ যেন তাহানিখনৰ ৰংপুৰত আছে। তাত যেন তেওঁ এটি চিকন বস্তু পাইছে। সপোনতে ভকতে ফেকুৰি ফেকুৰি কান্দি উঠিল; আৰু এবাৰ শুনা নুশুনাকৈ "পদুমী" বুলি চিয়ঁৰ মাৰি উঠিল। এনেতে তেওঁৰ তন্দ্ৰা ভাঙিল। সিবাগৰৰ পৰা ইবাগৰ মাৰি চকু মেলিলে। চকু মেলিয়েই দেখিলে যে দৰাচলতে তেওঁৰ ওচৰতে এজনী গাভৰু বহি আছে। শান্তিৰামে গাভৰুজনী বহি থকাটোও আচল নে সপোন এইটো থিৰ কৰিবলৈ চকু দুটা মোহাৰিলে। চকু মোহাৰি চাই দেখে যে সেই গাভৰুজনী তেতিয়াও তেওঁৰ চকুৰ আগতে বহিয়েই আছে। শেহাই শেহাই সুধিলে—"কোন তুমি? কেলেই ইয়ালৈ আহিছা?" পদুমী—"মই পদুমী।" শান্তিৰামে উচাব খাই কলে—"তুমি পদুমী? তুমি মোৰ সেই প্ৰাণৰ পদুম? জীউ, আহাঁ তোমাক বুকৰ ভিতৰত সুমাই থওঁ।" পদুমী—"মোক নুচুব। মোক চুই দেহটো অশুচি নকৰিব।" শান্তিৰাম—"কিয় পদুম? কিয়?" পদুমী—"মোৰ দেহটো অশুচি হৈছে। আপুনি এতিয়াও ভালে আছে।" শান্তিৰামে পদুমীৰ এই কথা শুনিলে। কথাৰ ধাল বুজিব পাৰিলে। ৰ লাগি একুৰা জুইৰ পোহৰত শান্তিৰামেও পদুমীৰ ফাললৈ চাই ৰ'ল, পদুমীয়েও শান্তিৰামৰ ফালে চাবলৈ ধৰিলে। দুইকো দুইও এইদৰে নামাত-নাবোল হৈ ভালেখিনি পৰ চাই

দুইৰো চকুৰে দুধাৰ লো ববলৈ ধৰিলে। অলপ মনক সুস্থিৰ কৰি শান্তিৰাম ভকতে কলে—"পদুমী! তুমি মোক এৰি ইমান দিনে কেনেকৈ আছিলা? বুকৰ জীউ! মই তোমাক নেপাই কিমান যে কান্দিছোঁ তাক ঈশ্বৰেহে জানে। মোৰ অন্তৰখনক এতেদিনে একুৰা তুহঁৰ জুয়ে পুৰি দেই মাৰিছে। আজি তোমাক দেখি আৰু তোমাৰ কথা শুনি মোৰ তুমুৱা জুইকুৰা শতগুণে জ্বলি উঠিল। লাহৰি! এতেদিনে ক'ত আছিলা কি কৰিছিলা কোৱাচোন।" পদুমীয়ে ভকতৰ এই কথা শুনি চকুৰ লো টুকি টুকি কবলৈ ধৰিলে—"আপুনি শোক নকৰিব। শান্ত হওক। মই সকলো কথাকে কম। সচ্চহতে আপুনি আজি এই কেইদিন লঘোনে আছে। মই আপোনালৈ অলপ বস্তু আনিছোঁ খাওঁক।" পদুমীৰ এই কথাত শান্তিৰাম ভকতে কলে—"পদুমি! মোৰ ভোকেই বা কি লঘোনেই বা কি, খোৱাই বা কি মৰাই বা কি, সকলো সমান।" পদুমী—"নহয় প্ৰিয়তম! দুখনি চৰণত ধৰিছোঁ মই দুটি ফল আনিছোঁ খাব লাগে। খাই অলপ সুস্থ হব লাগে।" পদুমীৰ এই কথাত শান্তিৰামে কলে—"বাৰু! কি আনিছা দিয়া" এই বুলি হাত মেলিলে, পদুমীয়ে নাৰিকলটো আৰু টেঙাটো আগবঢ়াই দিলে। শান্তিৰাম ভকতে কটাৰীৰে জৰা টেঙাটো কাটিলে, নাৰিকলটো ভাঙিলে; তাৰ পাছত ইষ্ট দেৱক স্মৰণ কৰি পদুমীৰ আক্ৰোশ এবাব নোৱাৰি সেই টেঙা আৰু নাৰিকল খাই সুস্থ হৈ পদুমীক সুধিলে—"কোৱাচোন পদুমি! তুমি এতেদিনে ক'ত আছিলা, কি কৰিছিলা?" পদুমীয়ে

কলে—“প্ৰিয়তম! আপুনি আমাক ৰংপুৰত এৰি থৈ আহিবৰ ছমাহ মানৰ মূৰত এই মানহঁত আহি ৰংপুৰ পালে। তাতে সিহঁতে আন আন মানুহৰ লগে লগে মোৰো আই, ভাই, বোপাই, ককাই এটাইবিলাককে কাটিলে। আমাৰ থকা ঘৰ-দুৱাৰবিলাক জুই লগাই পুৰিলে। সকলোকে কাটিমাৰি পিশাচহঁতে অকল পাপিনীকে সংসাৰত পাপ বঢ়াবলৈ জীয়াই ৰাখিলে।” শান্তিৰাম—“তোমাকনো মানহঁতে কিয় নাকাটিলে? তুমিনো তাৰ পাছত কি কৰিছিলা?” পদুমী—“বেটীৰ পাপৰ কঁথা কি কম। বেটীৰ ৰূপেই হৰিণাৰ মাংসৰ দৰে বৈৰী হ’ল। পিশাচহঁতৰ সেনাপতিয়ে মোক প্ৰাণে নামাৰি মোৰ গাটো চুৱা কৰিলে। মই এতিয়া মানৰ সেনাপতিৰ তিৰুতা।”

শান্তিৰাম—(কান্দি আৰু চকুৰঙা কৰি) “কি! মানৰ সেনাপতিৰ তিৰুতা! হাঁয় বিধতা! তুমি মোক এই কথা শুনাবলৈকেহে এতেদিন জীয়াই ৰাখিছিলা? মোৰ মূৰত ইন্দ্ৰৰ চৰগ নপৰিল কেলেই! মই আগেয়ে মৰিব নেজানিলোঁ কেলেই।” এই বুলি শান্তিৰাম ভকতে আকৌ কান্দিবলৈ ধৰিলে। ভালেখিনি পৰৰ মূৰত শোক সামৰি চকুৰ লো মছি কবলৈ ধৰিলে—“পদুমি! লাহৰি! তোমাক মই নোদোষোঁ। মোৰ এই কপালখনকহে দোষিম; তুমি কি কৰিবা। সকলো সেই নজনা-জনায়ে কৰিছে। কিন্তু মই এতেদিনলৈ জীয়াই থাকিব নেলাগিছিল। বাৰু পদুমি! এটা কথা সোধোঁ। কোৱাচোন, এনেকুৱা অৱস্থাত মৰাটো সুখ নে দুখ।” পদুমী—“মই সেই কথা কেনেকৈ কম।

মৰিব পৰাটো সহজ হোৱা হলে মইয়ে এতেদিনে জীয়াই নেথাকিলোঁহেতেন।” শান্তিৰাম—“বাৰু মই যদি আজি মৰোঁ মোৰ লগতে তুমিও মৰিব পাৰিবানে ?” পদুমী—“মোৰ এতিয়াও মৰিবলৈ সাহ নহয়। মই নিজে মৰিম বুলি মৰিব নোৱাৰোঁ। সম্ভহতে মোৰ মৰিবলৈ ইচ্ছাও নাই। মোৰ অলপ কাম সাধিবলৈ বাকী আছে।” শান্তিৰাম—“তুমি মৰিবলৈ ভয় কৰিলা। বাৰু মই অকলে মৰিলে তোমাৰ মনত কিবা বেজাৰ হবনে ?” পদুমী—“মই পাপিনীৰ কথা শুনে যদি আপুনি মৰিবৰ বাঞ্চা এৰক। আত্মহত্যা মহাপাপ। আত্মঘাতীৰ হেনো ইকালতো সুখ নাই আৰু সিপুৰীতো গতি নাই। আপোনাৰ ভালেমান দিনকাল আছে। সংসাৰত যি কামৰ নিমিত্তে আহিছে আগেয়ে তাক কৰক। যেতিয়া মৰিবৰ সময় আহে তেতিয়া মৰিবইতো। সম্ভহতে মই উপায় কৰি আপোনাক পলুৱাই দিওঁ। আপুনি ওলাই গৈ মোলৈ সকলো মৰমকে ত্যাগ কৰি সুখেৰে আকৌ গৃহস্থী কৰককগৈ। মোৰ নিচিনা পাপিনী তিৰোতা এজনীৰ নিমিত্তে আপোনাৰ বহুমূলীয়া জীৱনটোক কেলেই কষ্ট দিব লাগিছে ?” শান্তিৰাম—“লাহৰি ! মানুহে হেনো সংসাৰত আশাৰ বলতেহে জীয়াই থাকে। মোৰ জীৱনৰ দেখোন সকলো আশাই লোপ পালে ; এনেস্থলত মোৰনো জীয়াই থকাৰ সকাম কি ? মই ইয়াতেই থাকিম। মানহঁতে মোক কাটি পেলাওক সিও ভাল হব।” পদুমী—“আপুনি এইটো অবুজৰ কথা কলে। আপুনি জনা বুজা মানুহ। আপুনি ইয়াৰ পৰা ওলাই যাব পাৰিলে

এক উপায় কৰি আপোনাৰ আশ্ৰয়দাতা বৰনগৰীয়া বৰুৱাক, তেওঁৰ জীয়েক আদিক উদ্ধাৰ কৰিব পাৰিব।” শান্তিৰাম— “পদুমি! মইনো তেওঁবিলাকক উদ্ধাৰ কৰিবৰ কোন? সকলো হৰিৰ ইচ্ছা। তেওঁ উদ্ধাৰ কৰিব লাগে যদি কৰিব।” পদুমী— “মোৰ সামান্য বুধিৰে এইটো বুজোঁ৷ যেই সেই কামকে হৰিৰ ইচ্ছা বুলি একো নকৰি হাত সাবটি বহি থাকিলে হৰিয়ে আহি সেই কাম কৰি নিদিয়ে। পুৰুষৰ পুৰুষাৰ্থ সততে কৰা যুগুত। সেই দেখি মই আপোনাক খাটিছোঁ৷ আপুনি দৰাচলতে যদি পুণ্য সাঁচিব খোজে তেন্তে আপুনি ওলাই গৈ বৰনগৰীয়া বৰুৱা আৰু আন আন বন্দী সকলৰ উদ্ধাৰৰ চেষ্টা কৰকগৈ। মই যেনে তেনেকৈ কৈ মেলি আপোনাক পলুৱাই দিওঁ।” শান্তিৰাম— “লাহৰি! তোমাৰ কি হব?” পদুমী—“মই নিজৰ বিষয়ে থিৰ কৰি থৈছোঁ। আপুনি চিন্তা নকৰিব।” শান্তিৰাম—“কি থিৰ কৰিছা কোৱাচোন শুনো।” পদুমী—“মোক আপুনি সেই কথা নুসুধিব। কাৰ্য্যান্তৰে জানিব পাৰিব। বাৰু মই আপোনাক এটা কথা সোধোঁ। মইও যদি ইহঁতৰ হাতৰ পৰা পলাই যাব পাৰোঁ৷ তেনেহলে আপুনি জানো মোক গ্ৰহণ কৰিব?” শান্তিৰাম —“কোনো কথা নাই। মই গ্ৰহণ কৰিম।” পদুমী—“কিন্তু মই যে চুৱা গৈছোঁ?” শান্তিৰাম—“পৰাচিত কৰি তোমাক শুদ্ধ কৰি লম।” শান্তিৰামৰ এই কথাত পদুমীৰ চকুৰে দুধাৰ লো ব'লে। তাৰ পাছত সেই লো মুছি কলে—“প্ৰিয়তম! ঈশ্বৰে কৰে যদি মইও ইহঁতৰ হাতৰ পৰা পলাই যাম। আপুনি চিন্তা নকৰিব।”

শান্তিৰাম—“পদুমী! ধন্য তুমি। বাৰু মই আৰু অলপ কথা সোধোঁ। আমাৰ বন্দীবিলাকনো কোন ক'ত আছে?” পদুমী—“প্ৰিয়তম! আপোনাৰ এই ঘৰৰ সোঁ পচিমৰ ঘৰটোত বৰনগৰীয়া বৰুৱা আছে। আপোনাৰ সোঁ উত্তৰৰ ঘৰটোত এজন ডেকা বৰুৱা আছে। গাৱঁৰ ওচৰৰ সোঁ ঘৰটোত বৰনগৰীয়া বৰুৱাৰ জীয়েক আৰু তেওঁৰ সখীয়েক আছে।” শান্তিৰাম—“মানহঁতে কেলেইনো আমাক এনেকৈ বন্দী কৰি থৈছে?” পদুমী—“প্ৰিয়তম! এই পিশাচহঁতৰ একো সঁজাত নাই। সিহঁতে কৰিব নোৱাৰা একোৱেই নাই। কেতিয়াবা সিহঁতে আমাৰ মানুহ-বিলাকৰ যাকে যাকে সাহিয়াল দেখে তাকে তাকে সিহঁতৰ সাজ-পাৰ পিন্ধাই জাতকুল মাৰি দোৱানীয়া কৰি লয়। কেতিয়াবা সিহঁতে বন্দীবিলাকক কাটি পেলায় আৰু কেতিয়াবা কেতিয়াবা বন্দীবিলাকক ঘৰৰ ভিতৰত সুমাই লৈ দুৱাৰ বান্ধি ঘৰটোত জুই লগাই দি পুৰি মাৰে।” শান্তিৰাম—“মাইকী মানুহবিলাককো তাকে কৰেনে?” পদুমী—“প্ৰিয়তম! ইহঁতে মাইকী মানুহবিলাককো প্ৰায় তাকে কৰে। কিন্তু ৰূপহী গাভৰু পালে জাতকুল মাৰি সিহঁতৰ তিৰুতা কৰি লয়।” শান্তিৰাম—“তুমি কব পাৰানে বৰনগৰীয়া বৰুৱাৰ ধৰ্ম্মীয়া জীয়েক আৰু তেওঁৰ সখীয়েকক মানহঁতে ভালে ৰাখিছেনে নাই?” পদুমী—“প্ৰিয়তম! ইহঁতে তেওঁবিলাকৰ জাতকুল এতিয়াও মাৰিব পৰা নাই। কিন্তু আজি সেনাপতি তেওঁবিলাকৰ ঘৰলৈ মদ খাই গৈছে। আজি তেওঁ-

বিলাকৰ জাতকুল ৰ'লেহে বোৱা।" শান্তিৰাম—"ঈশ্বৰে যেন তেওঁবিলাকক ৰক্ষা কৰে।" পত্নুমী—"এৰা মইও হৰিৰ চৰণত খাটিছোঁ তেওঁবিলাকৰ ধৰ্ম্ম যেন ৰক্ষা পৰে।" এইদৰে কথা-বতৰা পাতি উঠি পত্নুমীয়ে কলে—"প্ৰিয়তম! এতিয়া মই যাওঁ বিদায় দিয়ক। কাইলৈ আহি মই আপোনাক মুকলি কৰি দিম।" এই কথা কৈ পত্নুমী ঘৰলৈ আহিল। শান্তিৰাম ভকত আকৌ বন্দীশালতে মৰাৰ দৰে পৰি থাকিল।

# সপ্তম অধ্যায়

## মানৰ মেল

সেই নিশা মানহঁতৰ বাহৰত এইবিলাক ঘটনা হৈ যোৱাৰ পিছদিনা ৰাতিপুৱা সকলোবিলাক মানেই শুই উঠি মুখহাত ধুই চেলুৱই খাই মিঙ্গিমাহাৰ ঘৰলৈ আহিল। মিঙ্গিমাহাই এটাইবিলা-কক বহিবলৈ দিলে। সিহঁতে দিহাদিহি বহিলত মিঙ্গিমাহা তিলোৱাই আগ নিশা আহি পোৱা মান কটকীটোক মতাই আনি তাৰ হাতৰ পৰা চিঠিখন লৈ সেই চিঠিখন দোৱনীয়া এটাক পঢ়িবলৈ দিলে। দোৱনীয়াটোৱে চিঠিখন পঢ়ি শুনালে। তাত লেখা আছিল—

( ক ) "মানৰ সেনাপতি—

তোমাৰ চিঠি পাইছোঁ। তুমি চন্দ্ৰকান্ত ৰজাক সহায় নকৰিবলৈ আমাক হুমিয়াই চিঠি লিখিছা। মানৰ গৰজনিলৈ কোম্পানি বাহাদুৰে তিলাৰ্দ্ধ মাত্ৰও ভয় নকৰে এইটো ধুৰুব বুজিবা। চন্দ্ৰকান্ত ৰজাক সহায় কৰা নকৰাৰ বিষয়ে এতিয়াও একো থিৰাং হোৱা নাই। শুনিছোঁ তোমালোকৰ অত্যাচাৰত হেনো অসম দেশ জ্বলা-কলা হ'ল। যি কি নহওঁক তোমালোকে এটা কথাত সাৱধান থাকিবা। অসম ৰজাৰ ৰাজ্যত যি কৰিছা কৰিছা, কিন্তু তোমালোকে কোম্পানিৰ ৰাজ্যৰ ভিতৰত

এখোজকে ভৰি নিদিবা। যদি তোমালোকে কোম্পানিৰ ৰাজ্যৰ ভিতৰত কোনো মানুহৰ ওপৰত অত্যাচাৰ কৰা অথবা কোম্পানিৰ ৰাজ্যৰ ভিতৰত সোমোৱা তেন্তে নিশ্চয় বুজিবা কোম্পানিৰে সৈতে তোমালোকৰ যুঁজ লাগিব। কোম্পানি বাহাদুৰৰ বৰ হিলৈৰ আগত—তোমালোক বৰ্ম্মিজ শিমলূতুলা উৰাদি উৰিবা। সাৱধানে থাকিবা।" ইতি

"গোৱালপাৰা", ১৮২৩। } "চহি—কাপ্তান ডেভিড্চন্"

মহাত্মা ডেভিড্চন্ চাহাবৰ এই চিঠি শুনি মানহঁত খঙতে জ্বলি উঠিল। ডেকা তৰপৰ মানবিলাকে দম্ভালি কৰি কবলৈ ধৰিলে—"কি! ফিৰিঙ্গি বেপাৰীহঁতৰ ইমান সাহ! আমি মানক এইদৰে চিঠি লেখে! মৰোঁ বা জীওঁ এবাৰ সিহঁতকো চাম। সেনাপতিয়ে আদেশ কৰিলে আমি কোম্পানিৰ লগতো যুঁজিম।" সিহঁতৰ এইবিলাক কথাত মিঙ্গিমাহাই কলে—"ডেকাহঁত! অলপ মনে মনে থাক। মই আৰু কিছু কথা সুধি লওঁ।" সেনাপতিৰ এই কথাত মান ডেকাহঁত নিজম পৰিল। মিঙ্গিমাহাই চিঠি লৈ অহা মানটোক সুধিলে—"কামডেঙ্! অসমৰ ৰজা ক'ত আছে? তই গোৱালপাৰাত কি শুনিলি?" মানটোৱে ক'লে—"সেনাপতি! মই ভালকৈ জানি আহিছোঁ চন্দ্ৰকান্ত ৰজা হেনো গোৱালপাৰাৰ ইপাৰে হাদিৰা চকিত কোঠ মাৰি আছে।"

মিঙ্গিমাহা—"হাদিৰা চকিতনো তেওঁ কি কৰিছে ?

কামডেঙ্—"তেওঁ হেনো আমাৰ লগত ৰণ দিবলৈ মন কৰি সৈন্য গোটাইছে।"

মিঙ্গিমাহা—"তেওঁনো কিমান সৈন্য গোটাইছে আৰু কেনে বিধৰনো সৈন্য গোটাইছে ?"

কামডেঙ্—"তেওঁ হেনো চাৰি পাঁচ হাজাৰ অসমীয়া সৈন্য গোটাইছে। আৰু তাৰ লগতে বৰ ডাঙৰ ডাঙৰ পাগুৰিৰে সৈতে বৰ দীঘল দীঘল ক'ৰবাৰ কেতখিনি সৈন্য আনিছে।"

কামডেঙে এই কথা কৈ উঠাৰ পাছত মিঙ্গিমাহাই তেওঁৰ ৰণুৱাবিলাকক সুধিলে—"ভাইহঁত ! সকলো কথা শুনিলি। এতিয়ানো আমাৰ কি কৰা যুগুত ? আমাৰ সিজাক ৰণুৱাও এতিয়ালৈকে আহি নাপালে। আমি সিহঁত অহালৈ বৈ থাকিম নে এতিয়াই যুঁজলৈ যাম ?" "তহঁতৰ কি মত ?" মিঙ্গিমাহাৰ এই কথা শুনি ডেকা তৰপৰ মানবিলাকে একেমুখে গৰজনি মাৰি কলে—"সেনাপতি ! আদেশ কৰক আমি অতি শীঘ্রে যুঁজলৈ যাওঁ।" সিহঁতৰ এই কথা শুনি মিঙ্গিমাহাই বুঢ়া তৰপৰ মানবিলাকক সুধিলে—"ভাইহঁত তহঁতৰ কি অভিপ্রায় ?" মিঙ্গিমাহাৰ এই কথাত লাইপুঙ্ নামেৰে বুঢ়া মান এটাই কলে—"সেনাপতি ! মোৰ বিবেচনাৰে হলে আমাৰ সিজাক মানলৈ বৈ থকা যুগুত।" লাইপুঙৰ এই কথা ডেকা তৰপৰ মানবিলাকে ভাল নাপালে। মিঙ্গিমাহা ক্যাডেউঙে কিন্তু এইটোকে সজ বুধি যেন ভাবি ডেকাহঁতক

বুজাই কবলৈ ধৰিলে—“ভাইহঁত! মোৰ মনেৰে হলে আমাৰ সিজাক মানলৈ বাটচোৱা যুগুত। চন্দ্ৰকান্ত ৰজাই যেনে তেনে এইবাৰ মৰোঁ জীওঁ কৰি যুঁজিব। তেওঁ ভাটীৰ ফালৰ পৰাও সৈন্য আনিছে। তাৰ ওপৰঞ্চি যুঁজখনো কোম্পানিৰ ৰাজ্যৰ ওচৰতে হব। কি জানি কোম্পানিয়ে তলে তলে চন্দ্ৰকান্ত ৰজাক সহায়কে কৰেই! এনেবিলাক স্থলত আমাৰ মান অলপকৈ গ'লে আমি সেই যুঁজত ঘাটিব পাৰোঁ। সেই দেখি আমি ইয়াতে সিজাক সৈন্যলৈ বাট চাওঁ। দক্ষিণ পাৰৰ শ্যাম আৰু বগলি ফুকনলৈকো সম্বাদ পঠাওঁ।” মিঙ্গিমাহাৰ এই কথাত সকলোবিলাকেই মান্তি হ'ল আৰু সকলোৱে মেল ভাঙি ঘৰাঘৰি গ'ল।

## অষ্টম অধ্যায়

### মোহিনী পত্নুমী

সেই দিনা গধূলি হ'লত মিঙ্গিমাহা সেনাপতিয়ে আকৌ তাৰ ঘৰৰ ভিতৰত শোৱা খোটালিতে আগদিনাৰ দৰে মদ এহাড়ি লৈ বহিল। পত্নুমীয়ে আকৌ তাৰ কাষত বহিল—আৰু তাক মদ খুৱাবলৈ ধৰিলে। মিঙ্গিমাহাই মদ খাই খাই পত্নুমীক কলে—"পত্নুমী! বুকৰ জীউ! এটা গীত গা অ।" পত্নুমীয়ে কলে—"তোক আৰু সদায় গীত গাই শুনাব লাগে। বাৰু মই গীত গোৱাৰ বাবে মোকনো কি দিবি কচোন।" মিঙ্গিমাহাই কলে—"বুকৰ জীউ! ময়ে তোৰ। তই যি খোজ তাকে দিম।" পত্নুমী—"বাৰু। তেন্তে মই গাওঁ" এই বুলি বীণখন লৈ গাবলৈ ধৰিলে—

"তুমুৰা অগনি জ্বালিলা,
কেলেই লাহৰি! আহিলা,
আজি এতেদিনে পাহৰি আছিলোঁ শোক!
মনতে ভাবিলোঁ পাহৰোঁ,
শোকৰ অগনি সামৰোঁ,
তুহঁৰ জুইয়ে পুৰি ডেই মাৰে মোক॥

নেপাই তোমাক লাহৰি,
শোকৰ অগনি সামৰি,
পেটতে ভাবিলোঁ মনকে কৰিম থিৰ।
কেলেই তোমাক দেখিলোঁ,
শোকৰ জুইতে পৰিলোঁ,
নেকান্দি থাকোঁতেও চকুৰে বৈ গ'ল নীৰ॥
তুমিহে আকাশে জোনাই,
আছিলা মেঘতে লুকাই,
নেদেখি থাকোঁতে পাহৰিলোঁ সৰ্ব্ব দুখ।
কেলেই আকৌ জোনাই,
সুনীল আকাশে ওলাই,
জ্বালিলা লাহৰি! অন্তৰেতে মোৰ শোক॥"

মিঙ্গিমাহাই একান্ত মনেৰে নামটো শুনিলে। একে থৰে পতুনীলৈ কিছুমান পৰ চাই ৰ'ল। তাৰ পাছত কলে—"বুকৰ জীউ! তোৰ মাতটো বৰ মিঠা অ। তই যেন অমৃতহে বৰষ।" পতুমীয়ে কলে—"মিঙ্গিমাহা! মোক এটা বস্তু দে।" মিঙ্গিমাহা—"কি বস্তু বুকৰ জীউ।" পতুমী—"বাৰু তই দিম বুলি ক।" মিঙ্গিমাহা—"বস্তুটো কি কচোন মইনা!" পতুমী—"বাৰু দিওঁ বোল।" মিঙ্গিমাহা—"বাৰু সত্যে সত্যে দিম।" পতুমীয়ে ক'লে—সোণ! তোৰ বন্দীবিলাকৰ ভিতৰত মোৰ এটা মানুহ আছে। সেই মানুহটোক এৰি দে।" মিঙ্গিমাহা—"সেই মানুহটো নো কোন? সিনো তোৰ কি হয়।" পতুমী—"সেই

মানুহটো এটা ভকত। সি মোৰ ভাইলগা হয়।” মিঙ্গিমাহা— “তোৰ যদি ভাইলগা হয়, তেন্তে মই তাক এটা বৰফুকন কৰিম। সি মোৰ এটা দোৱনীয়া হৈ থাকক।” পত্নমী—“নহয় সোণ! সি যুঁজবাজ কৰিব নাজানে। বিশেষ সি তইঁতৰ লগত থাকিলে মোৰ লাজ লাগে অ।” মিঙ্গিমাহা—“বুকৰ জীউ! তই বৰ বেয়া বস্তু এটা খুজিলি। বন্দী এৰি দিলে মোৰ লগৰ মানবিলাকে ভাল নাপায়; তেও তই যে ধৰিলি বাৰু তাক এৰি দিলোঁ। এই আঙঠিটো লৈ যা। মনে মনে পৰীয়াটোক দেখুৱাই কবি। সি তাক এৰি দিব।” এই বুলি আঙঠিটো দিলে। পত্নমীয়ে তেতিয়া তাক আকৌ মদ খুৱাই অচেতন কৰি পেলাই থৈ মনে মনে ৰাতি চুভাগ হোৱাত শান্তিৰাম ভকতৰ বহাৰ ফালে আহিল, আৰু পৰীয়া মানটোক আঙঠিটো দেখুৱাই ঘৰৰ ভিতৰত সোমাল আৰু শান্তিৰামক কাণৰ কাষত কেতখিনি কথা কৈ উলিয়াই আনি এৰি দিলে। শান্তিৰাম ভকতে যাবৰ পৰত “যাওঁ পত্নমী! বিদায় দিয়া” এই বুলি কলে। পত্নমীয়ে এটা সেৱা কৰিলে। তাৰ পাছত শান্তিৰাম ভকত গৈ এডৰা হাবিত সোমাল। পত্নমী মিঙ্গিমাহাৰ ঘৰলৈ উলটিল।

# নৱম অধ্যায়

## কৰ্ম্মকুশলা পদুমী

শান্তিৰাম ভকতক পলুৱাই দিয়েই পদুমী ঘৰৰ ফাললৈ আহি হাতত সাৰে, ভৰিত সাৰে মিঙ্গিমাহাৰ ওচৰ চাপি চালে মিঙ্গিমাহা শুইছে নে সাৰে আছে। তেওঁ দেখিলে যে মিঙ্গিমাহাৰ দুৰ্ঘোৰ নিদ্ৰা আহিছে। মদৰ ৰাগীত সি অচেতন হৈ পৰি আছে। তাক দেখি মিচিককৈ মনে মনে হাঁহি এটি মাৰি পদুমীয়ে খোৱা ঘৰৰ ভিতৰলৈ গ'ল আৰু দিনতে আনি থোৱা নাৰিকল চাইটা, জবা টেঙা কেইটামান, তামোল পান কেইটামান হাতত লৈ অকৌ ঘৰৰ পৰা ওলাই আহি হাতত সাৰে ভৰিত সাৰে মনোমতীৰ বাহৰৰ ফালে আহিল আৰু সেই ঘৰটোৰ দুৱাৰমুখত থিয় দিলেগৈ। এনেতে সেই ঘৰৰ পৰীয়া মানটোৱে সুধিলে—"কোন তই? কেলেই আহিছ?" তাৰ এই কথাত পদুমীয়ে ততালিকে তাৰ হাতত ধৰি দোৱানতে তাৰ কাণৰ ওচৰত কিবাকিবি কেতখিনি কথা কবলৈ ধৰিলে। মানটোৱে মিচিক্ মিচিক্ কৰি হাঁহি পদুমীক বন্দীঘৰটোৰ ভিতৰলৈ সোমাব দিলে। পদুমী তেতিয়া নিৰ্ব্বিঘ্নে বন্দীঘৰটোৰ ভিতৰত সোমাল।

পদুমী যেতিয়া ঘৰৰ ভিতৰত সোমাইছিল তেতিয়া পমীলা

আৰু মনোমতী দুইও কাণজাগি চকুমুদি শুইছিল। পত্নুমী ঘৰৰ ভিতৰত সোমোৱা মত্রেই দুইও গম পালে। দুইও সখীয়েকে গিৰিস্ কৰি উঠি বহিল আৰু কোনোবা মানে তেওঁবিলাকক কাটিবলৈ বা দৌৰাত্ম্য কৰিবলৈ সোমাইছে বুলি ভয়তে থৰ থৰি কঁপিবলৈ ধৰিলে। এনেতে পত্নুমী গৈ তেওঁবিলাকৰ ওচৰ চাপিল। পমীলাই মাত দি সুধিলে—“কোন তুমি কেলেই আহিছা ?” পত্নুমীয়ে কলে—“বাইটি ! মোৰ নাম পত্নুমী। মই সেনাপতিৰ তিৰুতা।” পমীলা—“আপোনাক আমি নাৱঁতে দেখিবৰে পৰা ভাবিছোঁ আপুনি অসমীয়া গাভৰু। আপুনিনো মানৰ সেনাপতিৰ তিৰুতা হ’ল কেনেকৈ ?” পমীলাৰ এই কথাত পত্নুমীয়ে দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি ক’লে—“বাইটি ! সেইবোৰ ভালেমান কথা। কব লাগিলে ওৰ নপৰে। তাতে মোৰ সময় অলপ। মই পলাইহে আহিছোঁ।” পমীলা—“আপোনাৰ দেখোন আমালৈ বৰ মৰম।” পত্নুমী—“বাইটি ! তোমালোক আজি কেইদিন নিৰাহাৰে আছা। মই এই চাইটি নাৰিকল আৰু এই কেইটি জৰা টেঙা আনিছোঁ। বাইটি ! লোৱা তোমালোকে ইয়াকে খাই অলপ সুস্থ হোৱা। আপদত নিয়ম নাই। বাইটি ! কাটা।” এই বুলি সেই ফল কেইটি আগবঢ়াই দিলে। এখন কটাৰীও দিলে আৰু এটা মলাও দিলে। পমীলাই গোটেইবিলাক ললে কিন্তু কটাৰীখন ওলটাই দি কলে—“কটাৰী নেলাগে ! মোৰ লগতে এখন আছে।” এই বুলি কৈ পমীলাই নাৰিকল

এটা ভাঙিলে। পানীবিলাক মলাটোত ধৰিলে সেই নাৰিকলৰ পানী মনোমতীক এটুপি খুৱালে; নিজেও এটুপি খালে। তাৰ পিছত টেঙা আৰু নাৰিকল অলপ অলপ খাই সুস্থ হৈ পমীলাই কলে—“আপোনাৰ উপকাৰ নাপাহৰোঁ।” পত্নমী—“বাইটি! চাওঁ বৰুৱাৰ জীয়েকক ইফালে আহিব দিয়াচোন।” পত্নমীৰ এই কথাত মনোমতী আহি কাষ চাপিল। পত্নমীয়ে তেওঁৰ গলত সাবট্ মাৰি ধৰি কবলৈ ধৰিলে—“ভনিটী! তুমি বৰ দুখ পালা নহয়নে? তুমি ডাঙৰৰ ঘৰৰ জীয়াৰী। তোমাৰো এনে বিলাই হ'ল।” পত্নমীৰ এই কথাত মনোমতীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। পত্নমীয়ে কাপোৰৰ আঁচলেৰে নিজৰ চকুৰ পানী টুকিবলৈ ধৰিলে। তাৰ পিছত তেওঁৰ কাপোৰৰ আঁচলেৰে মনোমতীৰ চকুৰ পানী মছি দি টানি আনি গালত চুমা এটা খাই কলে—“ভনিটী! ঈশ্বৰে তোমাক সুখী কৰক। ঈশ্বৰে তোমাক এই পাপিষ্ঠহঁতৰ হাতৰ পৰা সকৰাওক।” পত্নমীৰ এই কথাত পমীলাই কলে—“আমাৰ দেখোন মানৰ হাতৰ পৰা সাৰিবৰ একো উপায় নাই। এনেস্থলত নো ঈশ্বৰে আমাক কেনেকৈ সুখী কৰিব?” পত্নমী—“বাইটি! চিন্তা নকৰিবা। তোমালোকক পলুৱাই দিবলৈ মই এটা উপায় কৰিছোঁ ঈশ্বৰে যদি সিদ্ধি কৰে। কালিয়েই হওক বা পৰহিয়েই হওক বা পাঁচ-ছয়দিন পলমেই হওক—তোমালোকক এযোৰা মানুহে সিদ্ধি খানি লৈ যাব। তোমালোক এই কেইদিন সজাগে সাৱধানে থাকিবা।

মিঙ্গিমাহাই যাতে তোমালোকৰ ধৰ্ম্ম নষ্ট কৰিব নোৱাৰে এই বিষয়ে মই চেষ্টাত থাকিম। তাক মই ভুলাই ৰাখিম। বাইটি! মোৰ আৰু এটা কথা আছে। মই তোমাক এই গলপতা ধাৰ, মনি থোপা আৰু কেৰু যোৰ দিলোঁ। ঈশ্বৰে তোমালোকক মুকলি কৰি নিলে সময়মতে এই চিঠিখন তুমি মেলি পঢ়িবা আৰু যাক দিব লাগে দিবা। বাইটি! ভনীটি! যাওঁ দেই।" পমীলা—"আপুনি এনে সজকাম আৰু আমাক দয়া কৰাৰ বাবে আমি আপোনাক কি দিম। আমিও ঈশ্বৰক খাটিছোঁ তেওঁ যেন আপোনাক সুখী কৰে।" পত্নুমীয়ে পমীলাৰ এই কথাত কলে—"বাইটি! ঈশ্বৰে মোক আৰু ইহ জনমত কি সুখী কৰিব। যেতিয়া এই দেহটো এৰিম তেতিয়া ঈশ্বৰে সুখী কৰিলেও কৰিব পাৰে। বাইটি! যাওঁ দেই। মই মাজে মাজে তোমালোকলৈ ফলমূল পঠাই থাকিম।" এই বুলি পত্নুমীয়ে দুইকো দুটা চুমা খালে। তাৰ পাছত ওলাই আহি পৰীয়া মানটোৰ লগ লাগিল। তেতিয়া পৰীয়া মানটোৱে আৰু পত্নুমীয়ে দুইও কিবাকিবি কেতখিনি কথা কৈ অলপ আঁতৰলৈ গ'ল। কিছুমান পৰৰ মূৰত দুইও সিহঁতৰ গাৰ ওচৰতে ভৰিৰ শবদ যেন শুনিলে। পত্নুমীয়ে পৰীয়াটোক ক'লে—"পৰীয়া! কোনোবা মানুহ আহিছে। সাৱধান হ। মই যাওঁ।" এই বুলিয়েই পত্নুমী এন্ধাৰে এন্ধাৰে বাহৰৰ ফালে বাট ললে। পৰীয়াটোৱে তাৰ ঘৰটোৰ ফাললৈ আহিবলৈ ধৰিলে ; এনেতে সমুখতে এটা মানুহ লগ পালে। পৰীয়াটোৱে

সুধিলে—“কোন তই ?” মানুহটোৱে কলে—“তোৰ যম টেঙ্গুলা।” পৰীয়াটোৱে সুধিলে—“আপুনি ইমান নিশা কেলেই আহিল ?” টেঙ্গুলা—“তইনো বন্দীহঁতক অকলৈ এৰি সেই পিনে কলৈ গৈছিলি ? মই দেখিছোঁ তই কি কৰিছিলি ? মই এই কথা এতিয়াই সেনাপতিক কৈ তোক কটা খেদাব পাৰোঁ।” টেঙ্গুলাৰ এই কথাত পৰিয়া মানটোৱে থক্ থক্ কৰে কঁপি কবলৈ ধৰিলে—“ভাই! তোক যি লাগে তাকে দিম ; এইবাৰলৈ মোক এৰ।” টেঙ্গুলা—“বাৰু! তোক এষিব লাগে যদি মোক বন্দীঘৰটোৰ ভিতৰলৈ সোমাবলৈ দে আৰু মই যি কৰোঁ তই কাৰো আগত নকওঁ বুলি ক’।” পৰীয়াটোৱে ক’লে—“সত্যে সত্যে কাৰো আগত নকওঁ। তয়ো মোৰ কথা নকবি। টেঙ্গুলাই “আহ! তোৰ ঘৰৰ ভিতৰলৈ যাওঁ। মদ আছে যদি খাই লওঁ ব’ল।” এই বুলি টেঙ্গুলা আৰু পৰীয়াটো দুইও পৰীয়া ঘৰটোত সোমাল। দুইও একলহ মদ উলিয়াই লৈ খাবলৈ ধৰিলে। মদৰ ৰাগীত টেঙ্গুলাই কলে—“ভাই! আজি তয়ে ময়ে সেনাপতিক বেছকৈ ফাঁকি দিম দে। সি সকলোকে ফাঁকি দি ভাল ভাল গাভৰুবিলাক নিয়ে। মই এজনীক ধৰিম। তই এজনীক ধৰ্ৰিবি” এই বুলি কৈ দুইও আকৌ মদ খাবলৈ ধৰিলে। মদ খাওঁতে খাওঁতে দুইৰো ইমান ৰাগী বহি গ’ল যে দুইও ঢাল খাই খাই পৰিল। ঈশ্বৰৰ ইচ্ছাত সিহঁতৰ অসৎ অভিপ্ৰায় পূৰ নহ’ল। ৰাতি পুৱাল।

# দশম অধ্যায়

## মানৰ উদ্যোগ

এইবিলাক ঘটনা হৈ যাবৰ পিছদিনা অর্থাৎ মানহঁতে মইনবৰি পাবৰ চতুর্থ দিনা মিঙ্গিমাহা সেনাপতিয়ে হাদিৰাৰ যুদ্ধৰ নিমিত্তে সকলোবিলাক মানক লগ কৰিবলৈ চাৰিউফালে কটকী পঠালে। প্ৰায় ডুশ মান লগত দি টেঙ্গুলাক ব্ৰহ্মপুত্ৰ পাৰহৈ দক্ষিণপাৰৰ পুব চমৰিয়াৰ পৰা শ্যাম আৰু বগলী ফুকনে সৈতে মানজাক আনিবলৈ পঠালে। প্ৰায় এশ মানে সৈতে ডুজন বৰফুকনক হাদিৰাৰ ফালে চন্দ্ৰকান্ত ৰজাৰ বল বুজিবলৈ পঠালে। এজন বৰফুকনে সৈতে পঞ্চাশজন মানক হলকান্ত বৰুৱাক আনিবলৈ পঠালে। এইদৰে মিঙ্গিমাহাই চাৰিউফালৰ পৰা মান ছপাবলৈ উদ্যোগ কৰিলে। আৰু সিবিলাক মান উলটি নহালৈকে তেওঁ মইনবৰিতে ৰ'ল।

এইদৰে আৰু সাতদিন মানহঁত মইনবৰিত থাকিল। টেঙ্গুলা গুচি যোৱাত পৰীয়া মানটোৱে অকলে মনোমতী আৰু পমীলাৰ ওপৰত অত্যাচাৰ কৰিবলৈ সাহ নকৰিলে। চতুৰী পদুমীয়েও মিঙ্গিমাহাক এনেকৈ ভুলাই ৰাখিলে যে তেওঁ পমীলা আৰু মনোমতীৰ ওপৰত দৌৰাত্ম্য কৰিবলৈ সময় নেপালে। এইদৰে ঈশ্বৰৰ ইচ্ছামতে তেওঁবিলাক ৰক্ষা পৰি থাকিল। পদুমীয়ে প্ৰায়

সদাই পৰীয়া মানটোৰ সহায় লৈ নিশা নিশা পমীলা আৰু মনোমতীক ফলমূল দি থাকিল।

এই সাত দিনৰ ভিতৰতে হাদিৰাৰ মানজাক চন্দ্ৰকান্ত ৰজাৰ সকলোবিলাক বল জানি উলটিল। আঠ দিনৰ দিনা সিফালৰ পৰা টেঙ্গুলাই দক্ষিণ পাৰৰ মানজাক লৈ আহি পালে। মিঙ্গিমাহাই সি নিৰাপদে উলটি অহাত পৰম সুখী হৈ মানৰ বাহৰবিলাকত আনন্দ কৰিবলৈ দিলে। তেতিয়া সকলোবিলাক মানেই মিঙ্গিমাহাৰ হাউলিলৈ আহি শাৰী পাতি পাতি বহি নাচিবাগি মদ খাবলৈ ধৰিলে। এইদৰে নাচি-বাগি থাকোঁতে প্ৰায় গধূলি হ'ল। এনেতে উত্তৰৰ ফালৰ পৰাও হলকান্তৰ মানজাক আহিবলৈ ধৰিলে। সিহঁতকো সেই দিনাই আহি পোৱা দেখি মিঙ্গিমাহাৰ আৰু আনন্দ হ'ল। সি তাৰ মানবিলাকৰ হতুৱাই সৰু সৰু নাৱেৰে নতুনকৈ অহা মানজাকক পাৰ কৰাই আনিলে। সিজাক মানৰ সকলোবিলাকে যেতিয়া চাউলখোৱা পাৰ হৈ আহিল তেতিয়া মইনবৰিত মানৰ বাহৰত মহা আনন্দ মিলিল। মিঙ্গিমাহাই আনন্দৰ উলাহতে নিজে বীণ এখন বজাবলৈ ধৰিলে। তাৰ কেতবিলাক মানে সেই বীণৰ বাজনাত কচাৰিৰ দৰে কুজা পৰি পৰি নাচিবলৈ ধৰিলে। গোটেইবিলাক মানেই হাড়িয়ে হাড়িয়ে যাৰ য'ত যি মদ আছিল আনিলে। এটাইবিলাকেই সেই মদ খাই খাই হাতত ধৰাধৰি গবাগবি কৰি নাচিলে। মদ-ঢালা, চেলুৱই হোপা, বীণবজোৱা, নচা-বগা ইত্যাদি উৎসৱত মানৰ বাহৰ খলকি পৰিল। কিছুমান বেলিৰ পিছত

নাচ-বাগ শেহ হ'ল। নতুনকৈ অহা মান হুজাক আগৰ মানহঁতৰ লগত ঘৰে ঘৰে সোমাল। নতুনকৈ ধৰি অনা বন্দীবিলাকক গাৰঁৰ ভিতৰতে এটা উদঙীয়া ঘৰত একেলগে সুমাই বন্দী কৰি থলে।

এইবিলাক ঘটনা হৈ যোৱাৰ পিছত হলকান্ত বৰুৱা আহি মিঙ্গিমাহাৰ আগত ওলাল। মিঙ্গিমাহাই তেওঁক দেখি কলে—"সখি! ভালে আছা?" হলকান্তই কলে—"আছোঁ সখি! এতিয়া মই থাকোঁ ক'ত? মোকনো থাকিবলৈ দিয়া ক'ত?"

মিঙ্গিমাহা—"তুমি জাত যোৱাৰ ভয়ত আমাৰ লগত নাথাকাই। গাৱঁৰ ভিতৰতো উদঙীয়া ঘৰ নাই। তুমি সেই নৈৰ পাৰৰ তিনিটা ঘৰৰ এটাত থাকাগৈ। যিটোতে তোমাৰ ইচ্ছা হয়।" এই বুলি মিঙ্গিমাহাই তেওঁৰ লগত এটা মান দিলে। তেওঁ সেই মানটো লৈ পোনেই নৈলৈ গ'ল। তাত গাটো তিয়াই লগতকৈ অনা অলপ ফলমূল খালে। তাৰ পাছত বন্দীঘৰ কেইটাৰ ওচৰলৈ আহিল।

# একাদশ অধ্যায়

## হলকান্ত বৰুৱা

দক্ষিণ পাৰৰ পৰা উলটি আহি সেই নিশা টেঙ্গুলাই পমীলা মনোমতীৰ পৰীয়া মানটোক লগ ধৰি দুইও কিবাবিকি আলচ কৰি সেই নিশালৈ টেঙ্গুলা শুই থাকিল। সেই নিশাও সিহঁত দুইও সিহঁতৰ অসদ্ অভিপ্ৰায় সিদ্ধ কৰিবলৈ নোৱাৰিলে।

ইফালে হলকান্ত বৰুৱাই নৈৰ পাৰত ফলমূল খাই বন্দীঘৰ কেইটাৰ ফালে আহিল। তেওঁ পোনেই চণ্ডীবৰুৱা থকা ঘৰটোলৈ আহিল। তাত আহি তেওঁ দেখিলে চণ্ডী বৰুৱা আছে। সেই ঘৰত নোসোমাই তেওঁ শান্তিৰাম ভকত থকা ঘৰটোলৈ আহিল। তাত দেখিলে ঘৰটো উদণ্ড। হলকান্ত বৰুৱাই পেটে পেটে সেইটো ঘৰতে থাকিবলৈ আলচ কৰিলে। কিন্তু ঘৰটোৰ ভিতৰত সোমোৱাৰ আগেয়ে আৰু সিটো অৰ্থাৎ তৃতীয় ঘৰটোত নো কি আছে এইটো তেওঁৰ চাবলৈ ইচ্ছা হ'ল। তেওঁ পৰীয়া মানটোক লগত লৈ সেইটো ঘৰলৈ আহিল। তাত আহি ভুমুকি মাৰি চাই দেখিলে যে ঘৰটোৰ ভিতৰত এজন বন্দী আছে। সেই বন্দীটোনো কোন তেওঁৰ জানিবৰ ইচ্ছা হ'ল। তেওঁ লগৰ মানটোক কলে—"তই ইয়াতে ৰবি। মই ঘৰটো কেনে চাই লওঁ" এই বুলি তেওঁ ঘৰটোৰ ভিতৰত সোমাল। তাত সোমাই দেখে যে তেওঁৰ পুতেক লক্ষ্মীকান্ত। তেওঁ বৰ আচৰিত হ'ল।

লক্ষ্মীকান্তও বৰ আচৰিত হ'ল। তাৰ পিছত তেওঁ অলপ তত্তি পুতেকক গৈ পোনেই আঁকোৱালি ধৰি সুধিলে—"বাছা! তই ইয়াত কেনেকৈ সোমালিহি?" লক্ষ্মীকান্তই কলে—"দেউতা! মই আপুনি যোৱাৰ তিনি দিনৰ দিনা ভাটি বেলীয়া আমাৰ সৈন্য সামন্ত গোটাবলৈ গাৱঁলৈ গৈছিলোঁ আৰু পাৰিলে সৰহকৈ কেতখিনি সৈন্য গোটাবৰ অভিপ্ৰায়েৰে বৰনগৰলৈ আহিলোঁ। তাত সৈন্য গোটাবলৈ কাৰবাৰ কৰোঁতে নিশা হ'ল। ঘৰলৈ উলটি আহিব নোৱাৰিলোঁ। তাৰ পিছত সেই নিশাই মানহঁত আহি বৰ-নগৰ পাই চণ্ডী বৰুৱাৰ গড় আক্ৰমণ কৰি সকলোকে ধৰি আনিছে।" হলকান্ত—(নিধাতু খাই) "বাছা! মাৰ ভনীয়েৰ ক'ত?" লক্ষ্মীকান্ত—"কব নোৱাৰোঁ।"

লক্ষ্মীকান্তৰ এই কথা শুনি হলকান্ত মূৰ্চ্ছিত হৈ পৰিল। তেওঁ কেতিয়াও নেভাবিছিল যে বৰনগৰীয়া বৰুৱাৰ অনিষ্ট কৰিবলৈ যাওঁতে তেওঁৰ নিজৰো এনেকুৱা বিলাই হব। তেওঁ নেজানিছিল যে বৰনগৰীয়া বৰুৱালৈ চচা হুলতে তেৰোঁ ফুটি মৰিব। লক্ষ্মীকান্তে বাপেকক মূৰ্চ্ছিত হৈ পৰা দেখি একেচাবে উঠি আহি ধৰিলে। আজি বাৰ তেৰ দিন তেওঁৰ অনাহাৰ। গা থৰক বৰক। তথাপি বাপেকক আহি ধৰি তালুত ফুৱাবলৈ ধৰিলে আৰু "দেউতা" "দেউতা" বুলি কাণৰ কাষত মাতিবলৈ ধৰিলে। ভালেমান পৰ এইদৰে অচেতন থাকি শেহত হলকান্ত থিৰ হ'ল। তেওঁৰ দুইও চকুৰে গিৰ্ গিৰ্ কৰি লো ববলৈ ধৰিলে। তেওঁৰ ভালেমান কথা মনত পৰিবলৈ ধৰিলে। জটীয়া বাবাজীয়ে

তেওঁক যি কৈছিল, তেওঁৰ বুদ্ধিমতী সহধৰ্ম্মিণীয়ে যি উপদেশ দিছিল সেইবিলাক কথা তেওঁৰ মনত পৰিবলৈ ধৰিলে। তেওঁ থৰকি থৰকি কান্দি শেহত মনস্থিৰ কৰি লক্ষ্মীকান্তক কলে—"বাছা! তই বাৰু থাক। তোক মুকলি কৰাবলৈ মই উপায় কৰিবলৈ যাওঁ" এই বুলি হলকান্ত ওলাই আহিল আৰু নিধাতু খাই মিঙ্গিমাহাৰ ঘৰৰ ফাললৈ বাট ললে।

ইফালে সেই নিশা মিঙ্গিমাহাই খাই-বই উঠি তাৰ ঘৰৰ ভিতৰত বহি চেলুৱই হুপিছিল। অলপ অলপকৈ নিশা হবলৈ ধৰিলে; এনেতে সিফালৰ পৰা হলকান্ত বৰুৱা আহি নোসোধা নোপোছাকৈয়ে মিঙ্গিমাহাৰ ঘৰৰ ভিতৰত সোমাল। তেওঁ সেইদৰে সোধ্ পোচ্ নকৰাকৈয়ে ঘৰত সোমোৱা দেখি মিঙ্গিমাহাই খং উঠি ডাবি মাৰি সুধিলে—"তই কেলেই সোধ্ পোচ্ নকৰা কৰি মোৰ ঘৰত সোমালি?" হলকান্ত—"সখি! মোৰ দোষ ক্ষমা কৰিবা। মই জীউৰ আত্ৰানিতহে তোমাৰ ইয়ালৈ আহিলোঁ। মোক এটি ভিক্ষা দিয়া।" মিঙ্গিমাহা—"কি লাগে ক'।" হলকান্ত—"তুমি দিম বুলি কোৱা।" মিঙ্গিমাহা—"মই কথাটো নুশুনিলে দিওঁ বুলি কব নোৱাৰোঁ।" হলকান্ত—"সখি! মোৰ মুখলৈ চাই মই যি ঘৰত আছোঁ সেই ঘৰৰ বন্দীটো এৰি দিয়া।" মিঙ্গিমাহা—"সেই বন্দীটোনো তোৰ কি হয়?" হলকান্ত—"সেইটো মোৰ লৰা।" মিঙ্গিমাহা—"অ! মোৰ টেঙ্গুলাই ধৰা সেই ডেকা বন্দীটো?" হলকান্ত—"হব পাৰে।" মিঙ্গিমাহা—মই তাক এৰি দিব নোৱাৰোঁ।

সি অকলৈ মোৰ ছয় সাতোটা মান মাৰিছে। সি সকলোতকৈ দোষী। মই তাক এৰি দিলে মানহঁতে বেয়া পাব।” হলকান্ত—“সখি! মোৰ মুখলৈ চাই তাক এৰি দিয়া। সি অৰণ্যে বৰ দোষ কৰিছে। কিন্তু ভাবি চোৱা মই তোমালোকক কিমান সহায় কৰিছোঁ। মোৰ মুখলৈ চাই এৰি দিয়া।” মিঙ্গিমাহা—“মই এৰি দিব নোৱাৰোঁ। তইনো আমাক কি সহায় কৰিছ? হলকান্ত—“কিয় সখি! মই তোমালোকক যুঁজ জিকাই, বাট-পথ দেখুৱাই ফুৰা নাইনে?” মিঙ্গিমাহা—“তই নোহোৱা হলে আমি যুঁজ জিকি ফুৰিব নোৱাৰিলোঁ হেতেন নে? বাৰু ৰবি, মই টেঙ্গুলা আৰু লাইপুঙক মতাই আনো। সিহঁতে এৰি দিলে মোত কোনো কথা নাই। এই বুলি মিঙ্গিমাহাই টেঙ্গুলা আৰু লাইপুঙক মতাই আনিলে। সিহঁত আহি তাৰ কাষত বহিল। মিঙ্গিমাহাই কলে—“ভাইহঁত! ই (হলকান্তলৈ আঙুলিয়াই) মোক এটা বন্দী এৰি দিবলৈ খাটিছে।” টেঙ্গুলাই সুধিলে—“কোনটো বন্দীক?” মিঙ্গিমাহা—“তই যিটোক গাভৰুজনীয়ে সৈতে ধৰিছিলি।” টেঙ্গুলা—“সেনাপতি! মই সেই বন্দীটোক এৰি দিবলৈ কব নোৱাৰোঁ। সি মোৰ ছয়টা মান মাৰিছে। তাক জীয়াই জীয়াই পুৰি মাৰিম বুলি থৈছোঁ। মই হ’লে তাক কেতিয়াও এৰি নিদিওঁ।” লাইপুঙে ক’লে—“এৰা সেনাপতি! সি আমাৰ প্ৰধান শত্ৰু। আমাৰ শত্ৰুক কেতিয়াও এৰিব নেলাগে। তাক জীয়াই জীয়াই পুৰিলেহে যদি আমাৰ খং জিমায়।” সিহঁত দুইৰো

এই কথাত মিঙ্গিমাহাই হলকান্তক বুজাই ক'লে—"তোৰ পুতেৰক ইহঁতে এৰি দিব নিদিয়ে। মই এৰি দিব নোৱাৰোঁ।" হলকান্ত—"সেনাপতি! মই তোমাৰ মিতিৰ হৈছিলোঁ। তোমাৰ মিতিৰৰ মুখলৈকো নোচোৱানে? মিঙ্গিমাহা—"গৰু! তই কেতিয়া তোৰ জীয়েৰক দি মানে সৈতে মিতিৰ কৰিছিলি? তই নেজাননে বাঘৰে আৰু ছাগৰে কি মিতিৰ হব পাৰে? তই যে আমাৰ শত্রু নহৱ ইয়াৰেই বা প্ৰমান কি?" হলকান্ত—"ইমানবিলাক কৰিও প্ৰমাণ দিব নোৱাৰিলোঁনে? টেঙ্গুলা আৰু লাইপুঙে ক'লে—"সেনাপতি! তুমি ইয়াৰ লগত কি চুপতি কৰা! ইয়াকো আন আন বন্দীবিলাকৰ লগতে শেষ কৰা যাওক। ইও মানৰ প্ৰধান শত্রু।" এই বুলিয়েই সিহঁতে চাইটা মানক মাত দিলে। মানহঁত আহিল। টেঙ্গুলা আৰু লাইপুঙে কলে—"ইয়াক বান্ধি লৈ বন্দীঘৰত থগৈ।" তেতিয়াই মানহঁতে হলকান্তক বান্ধি-ছাতি লৈ গ'ল। হলকান্তই বাটে বাটে চিয়ঁৰিবলৈ ধৰিলে—"হায় মিঙ্গিমাহা তই মোক ইয়াকে কৰিলি। তোৰ মিতিৰ হোৱাৰ মোক ভাল বেছ দিলি। আকাশত চন্দ্ৰ সূৰ্য্য থাকে মানে তোৰ কলঙ্ক ৰ'ল। মই মহাপাতকীৰ মূৰত ইন্দ্ৰৰ চৰগ পৰক। মোক কাটি পেলা। স্বদেশদ্ৰোহীৰ যে শেহত এই অৱস্থা হয় আগলৈকো যেন অসমীয়া মানুহে শিকে।" মানহঁতে তেওঁক টানি নি সোধ্ পোচ্ নকৰাকৈ চণ্ডী বৰুৱা থকা ঘৰটোত চণ্ডী বৰুৱাৰ লগতে বন্দী কৰি থলে।

# দ্বাদশ অধ্যায়

## ঘটনা চক্র

এইবিলাক ঘটনা হৈ যোৱাৰ পিছ দিনা অর্থাৎ মানহঁত মইনবৰিত থাকিবৰ তেৰ দিনৰ দিনা মানৰ বাহৰত আকৌ মহা আনন্দ উৎসৱ মিলিল। লগৰ এটাই কেউজাক মান আহি পোৱা দেখি মিঙ্গিমাহাই সেই দিনা বৰভোজ এটা পাতিবলৈ আয়োজন কৰিলে। সেনাপতিৰ আদেশ পাই মানহঁতেও বৰভোজৰ কাৰবাৰ কৰিলে। মানহঁতে মাইনবৰি গাৱঁৰ যত উদণ্ডীয়া গৰু পালে মানে ধৰি ধৰি বধিলে। তাৰ পাছত জকা পাতি পাতি যেয়ে যেনেকৈ পালে মঙ্গহবিলাক সিজালে পুৰিলে। এইদৰে ৰন্ধাবঢ়াৰ আয়োজন কৰিবলৈ ধৰিলে। ৰন্ধাবঢ়া হয় মানে ডেকা ডেকা মানবিলাকে বাঁহী বজাই বজাই, বাজনা বজাই বজাই নাচিলে। সেনাপতি, লাইপুঙ ইত্যাদিয়ে ডেকাহঁতৰ ৰঙ্-ধেমালি চালে আৰু পাৰে মানে মদ খালে। সেনাপতি, বৰফুকন ইত্যাদি সকলোৱে বহি মদ খাওঁতে খাওঁতেই থিৰ কৰিলে যে সিহঁতে তাৰ ছুদিনৰ পিছতে হাদিৰাৰ ৰণলৈ যাব। টেঙ্গুলাই মাজতে এবাৰ পমীলাক কোনে পাব এইটো কথা উলিয়ালে। সেনাপতিয়ে “সেই বিষয় আজি বৰভোজৰ

দিনা উলিওৱা ভাল নহয়” এই বুলি কৈ টেঙ্গুলাক প্ৰবোধ দি থলে। টেঙ্গুলাইও আৰু দুনাই সেই কথা তুলিয়াই মনে মনে ৰ’ল। ৰন্ধাবঢ়া হওঁতে হওঁতে ৰাতি দেড়পৰ হ’ল। প্ৰায় গোটেইবিলাক মানেই সৰহ সৰহ কৰি মদ খাই অচেতন হৈ পৰিল। কেতখিনিয়ে ৰন্ধাবঢ়া খালে; কেতখিনিয়ে একোকে খাব নোৱাৰিলে। লগৰ ভালে থকা মানহঁতে সিহঁতক কটিয়াই কটিয়াই অলপ খুৱাই টানি টানি নি ঘৰৰ ভিতৰত পেলাই থলে। এইদৰে খাওঁতে-বওঁতে ৰাতি দুপৰ হ’ল। মানৰ বাহৰত প্ৰায় সকলোবিলাক মানেই নিজম দি পৰিল।

এই দৰে যেতিয়া প্ৰায় ৰাতি দুপৰ হ’ল তেতিয়া টেঙ্গুলাই খাই বই উঠি সকলোবিলাক মান নিজম্ দি পৰাত নিজৰ ঘৰৰ ভিতৰৰ পৰা ওলাই মনোমতী আৰু পমীলাৰ পৰীয়া মানটোৰ ঘৰটোলৈ আহিল আৰু তাক লগ ধৰি ক’লে—“ভাই! আজি আমি দুইও আমাৰ কাম কৰোঁ দে।” পৰীয়াটোৱে কলে—“কোনো কথা নাই।” টেঙ্গুলা—“বাৰু ভাই এটা কথা। জানোবা সেনাপতিয়ে কিবা গম পায়।” পৰীয়াটোৱে ক’লে—“একো গম নাপায়। মই নকওঁ। বিশেষ এই দুজনী তিৰুতাত সেনাপতিয়ে যাতে চকু নিদিয়ে এই বিষয়ে তাৰ সেই তিৰীজনী সদায় চেষ্টাত আছে। আমি যদি ইহঁতক আমাৰ কৰিব পাৰোঁ আৰু সিহঁতক বশ কৰিব পাৰোঁ তেন্তে পিছত আমি উপায় পাম। ভাই! আৰু অলপ মদ খাবিনে?” টেঙ্গুলা—“পালে খাওঁ; কিন্তু সৰহকৈ নাখাওঁ।” তেতিয়া পৰীয়াটোৱে মদ দুবাটি

আনিলে। এবাটি নিজে খালে এবাটি টেঙ্গুলাক দিলে। দুইও মদ খাই উঠি দুটা চেলুৰই হুপিবলৈ ধৰিলে।

এইদৰে টেঙ্গুলা আৰু পৰীয়াটোৱে ইফালে পৰীয়া ঘৰটোত দেখাদেখি হওঁতেই পমীলা আৰু মনোমতীৰ ঘৰৰ ভিতৰত এটা বৰ বিচিত্ৰ কাণ্ড হৈছিল। তেওঁবিলাক দুইও সাৰে আছিল; এনেতে মাটিৰ তলেদি এটা সিন্ধিৰে মানুহ এটা ঘৰৰ ভিতৰত সোমাল আৰু হাতত সাৰে ভৰিত সাৰে খেপিয়াই পমীলাক লগ পাই কলে—"আই সকল! সিন্ধিৰে আহক।" পমীলাই পত্নীয়ে জনাই থোৱা মতে মনে মনে ক'লে—"ককাই! আগেয়ে সখীক নিয়া। সখী ওলাই গলেহে মই যাম।" এই বুলি মনোমতীক কাণৰ কাষত অলপ ফুচ্ ফুচ্ কৰি ক'লে। মনোমতীয়ে তেতিয়া থৰক বৰক কৰি উঠি গৈ গাঁতত সোমাল। সেই মানুহটোৱে তেওঁক দুখ নোপোৱাকৈ যত্ন কৰি উলিয়াই নিয়েই বাহিৰত পথালিকোলা কৰি লৈ গ'ল। তেওঁ ওলাই যোৱাৰ পিছতে পমীলাও সিন্ধিত সোমাবলৈ মন কৰিছিল মাথোন এনেতে টেঙ্গুলা আৰু পৰীয়াটোৱে দুইও হুডাল শলালৈ ঘৰৰ ভিতৰত সোমাল। পৰীয়াটো অলপ বাহিৰতে ৰ'ল; টেঙ্গুলা গৈ সোমাল। পমীলাই পলাবলৈ সময় নাপালে। চতুৰীয়ে বিপদৰ ওপৰতো বিপদত পৰি ধৈৰ্য্য নেৰিলে। সিন্ধিৰ মুখটো আগুৰি বহি ৰ'ল। টেঙ্গুলাই ঘৰৰ ভিতৰত সোমায়েই হোঁ হোঁ কৰি হাঁহি কলে—"গাভৰু! মই আহিছোঁ। মোক চিনিছনে?" পমীলা—"অ মোৰ কেঁচা

সোণটো দেখোন। তইনো আজি এই কেই দিনে ক'ত আছিলি ?" টেঙ্গুলা—"মোক তোৰ সেনাপতিয়ে দক্ষিণ পাৰলৈ পঠাইছিল। সেই দেখিহে আহিব পৰা নাছিলোঁ অ।" পমীলা—"এৰা ভালেতো হে।" টেঙ্গুলা—"গাভৰু! তই মোৰ হবিনে বন্দুলাৰ হবি কচোন।" পমীলা—"নিয়মতে হ'লে মই বন্দুলাৰ হে হব লাগে। কিন্তু মই হ'লে তোক ভাল পাওঁ। কিন্তু এটা কথা। মোক বোলে তোৰ সেনাপতিকো লাগে।" টেঙ্গুলা—"তই সেনাপতিৰ হ'লে তাৰ সিজনীৰ বান্দী হব লাগিব। পাৰিবি জানো ?" পমীলা—"নোৱাৰোঁ"। টেঙ্গুলা—"তেন্তে মোৰ হ।" পমীলা—"তোৰ হ'মতো। কিন্তু জানোবা তই মোক নিলে সেনাপতিয়ে তোক কাটি পেলায় আৰু মই পিছত বিধবা হওঁ।" টেঙ্গুলা—"সি জানো মোক কাটিব পাৰে তাৰ সাহ কিটো ?" পমীলা—"জানো মই কব নোৱাৰোঁ; কিন্তু মোৰ তোত বিয়া সোমোৱাত কোনো আপত্তি নাই; কেৱল মাত্ৰ ভয় হয় জানোবা তই যুঁজত মৰ বা সেনাপতিৰ হাতত মৰ।" পমীলাই এই কথা আষাৰ অলপ ডাঙৰকৈ ক'লে; এনেতে সিফালৰ পৰা ছয় সাতোটামান মানুহে খেদি আহি পোনেই পৰীয়াটোৰ গালৈ এপাত শেল মাৰিলে। তাৰ গাত সেই শেল ভাগ্যে নপৰিল। সি লৰি মানৰ বাহৰৰ ফাললৈ পলাল। টেঙ্গুলাইও ওলাই লৰ মাৰিব ধৰিছিল মাথোন এনেতে এটা মানুহে তাৰ বুকুত এপাত মেলাহি মাৰি বগৰালে। দুটা মানুহে পমীলাৰ ঘৰৰ ভিতৰত সোমাই পমীলাক ওপৰতে ধৰি

ডাঙি উৰুৱাই নিয়াৰ দৰে লৈ গৈ বাবি সোমাল। পৰীয়াটোৰ চিয়ঁৰত মানৰ বাহৰত খলক লাগিল। এটাইবিলাক মানেই সন্ত্ৰস্ত হৈ ওলাই আহি দেখিলে যে ক'তো একো নাই। কেৱল টেঙ্গুলা পৰি মৰি আছে আৰু বন্দীঘৰৰ ভিতৰত বন্দী দুজনী নাই। মিঙ্গিমাহাই টেঙ্গুলাক বন্দীঘৰৰ ওচৰত পৰি মৰি থকা দেখি কিবা এটা সন্দেহ কৰি পৰীয়া মানটোক বন্দী কৰি থোৱালে।

## ত্ৰয়োদশ অধ্যায়

### বন্দীশাল—শালে শিঙিয়ে

বৰভোজৰ আগদিনা মিঙ্গিমাহাই যি মুহূৰ্ত্ততে হলকান্ত বৰুৱাক বন্দী কৰালে সেই মুহূৰ্ত্ততে হলকান্ত বৰুৱাৰ জ্ঞানচকু মুকলি হ'ল। তেতিয়াতে তেওঁ বিশদৰূপে বুজিলে তেওঁ কেনে গৰ্হিত কাম কৰিছে। তেতিয়াহে তেওঁ বুজিলে স্বদেশদ্ৰোহীৰ কি পৰিণাম। তেতিয়াহে তেওঁ জানিলে পৰলৈ হুল চাচিলে সেই হুলত নিজেও ফুটি মৰিব লাগে। মানহঁতে তেওঁক বন্দী ঘৰলৈ লৈ যাওঁতে তেওঁ খঙতে বেজাৰতে আৰু অনুতাপত দাঁত-মুখ কামুৰি গ'ল। কিন্তু তেওঁ তেতিয়া দাঁতমুখ কামুৰিলেও তেওঁৰ একো উপায় নহ'ল; কাৰণ তেওঁ আগেয়েই হাতৰ কুঠাৰ কপালত মাৰিছে। মানহঁতে তেওঁক টানি নি চণ্ডী বৰুৱা থকা ঘৰটোত সুমাই খোৱাত তেওঁ ঘৰ সোমায়েই তেওঁৰ পূৰ্ব্বশত্ৰু চণ্ডী বৰুৱাক দেখা পালে। সেই মুহূৰ্ত্ততে তেওঁৰ ভালেমান কথা মনত পৰিল। জটীয়া বাবাজীয়ে তেওঁক কি মন্ত্ৰণা দিছিল; তেওঁৰ গুণৱতী ভাৰ্য্যাই তেওঁক কি পৰামৰ্শ দিছিল সকলোবিলাক কথা মনত পৰি তেওঁ অথিৰ হ'ল। শোকতে আৰু মনৰ আবেগতে বন্দীঘৰৰ ভিতৰত অহঙ্কাৰী হলকান্ত বৰুৱাই হুক্ হুক্ কৰি কান্দিলে। ভালেখিনি পৰ কান্দি থাকোঁতেই চণ্ডী বৰুৱাই সাৰ পাই সুধিলে—"কোন তুমি কেলেই কান্দিছা?" তেওঁৰ এই

কথাত হলকান্ত বৰুৱাৰ শোক আৰু উথলি পৰিল। তেওঁ কেচুৱা লৰাৰ দৰে কান্দিবলৈ ধৰিলে। চণ্ডী বৰুৱাই আজি পোন্ধৰ ষোল্ল দিন একো নোখোৱাকৈ থাকিও থৰক্-বৰক্ কৰি উঠি আহি তেওঁৰ হাতত ধৰি সুধিলে—“কোন তুমি? কেলেই ইমানকৈ কান্দিছা?” এইবাৰ হলকান্ত বৰুৱাই নেমাতি থাকিব নোৱাৰি ক'লে—“বৰুৱাদেৱ মই। মই হলকান্ত।” চণ্ডী বৰুৱাই ক'লে—“কি! তুমি হলকান্ত বৰুৱা। তুমি দেখোন মানৰ মিতিৰ—মোৰ প্ৰধান শত্ৰু। তুমিনো বন্দীঘৰৰ ভিতৰত সোমালাহি কেনেকৈ? তুমি দেখোন মিঙ্গিমাহাৰ সখি। এজন মানৰ বৰফুকন।” হলকান্ত—“বৰুৱাদেৱ কটা ঘাত আৰু কলাখাৰ সানে কেলেই। মই মহাপাতক! মোৰ মুখ সজ্জনে চাব নেপায়; তোমাক হিংসা কৰাৰ ফল মই হাতে হাতে পালোঁ। মই সবংশে নাশ গলোঁ। মোকো পিশাচহঁতে তোমাৰ দৰেই বন্দী কৰিছে। মানহঁতে আমাক তুইকো কাটিব। মৰিবৰ সময়ত তুমি মোৰ সকলো দোষকে ক্ষমা কৰিবা।” হলকান্ত বৰুৱাৰ এই কথাত চণ্ডী বৰুৱাৰ মনত কিবা এটা স্বৰ্গীয় ভাবৰ উদয় হ'ল। তেওঁ হলকান্ত বৰুৱাক একো উত্তৰ নিদি ওপৰলৈ চাই হাত তুইওখন যুৰি গাবলৈ ধৰিলে—

“ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষুপজায়তে
সঙ্গাৎ সংজায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে
ক্ৰোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ
স্মৃতিভ্ৰংশাদ্বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি।”

"কস্মাচ্চ তে ন নমেৰন্মহাত্মন্ গৰীয়সে ব্ৰহ্মণোঽপ্যাদিকৰ্ত্ৰে
অনন্ত দেবেশ জগন্নিবাস ত্বমক্ষৰং সদসত্তৎ পৰং যৎ
ত্বমাদিদেবঃ পুৰুষঃ পুৰাণস্ত্বমস্য বিশ্বস্য পৰং নিধানম্
বেত্তাঽসি বেদ্যঞ্চ পৰঞ্চ ধাম ত্বয়া ততং বিশ্বমনন্তৰূপ।"

হলকান্ত বৰুৱাই ক'লে—"বৰুৱাদেৱ! মই অতি গৰ্হিত কাম কৰিছোঁ। চন্দ্ৰ দিবাকৰ থাকে মানে মোৰ অখ্যাতি ৰ'ল। এতিয়া তুমি মোক ক্ষমা কৰা।" চণ্ডী বৰুৱাই হলকান্ত বৰুৱাৰ এই কথাত দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি ক'লে—"বৰুৱাদেৱ! তোমাৰ হেপাহ পলালনে? মইনো এতিয়া তোমাক ক্ষমা নকৰি কি কৰিম। মোৰনো কি উপায় আছে? মানইঁতে আমাৰ সকলোটিকে নাশ কৰিব। এতিয়া মৰিবৰ সময়ত তোমাৰে সৈতেনো শতুৰালি ৰাখি মোৰ কি লাভ হব? তুমিনো কি কৰিছা? সকলো সেই নজনাজনায়ে কৰাইছে। সেই দেখি মই অকপট চিত্তেৰে তোমাক ক্ষমা কৰিলোঁ।" চণ্ডী বৰুৱাৰ এই উদাৰ ভাৱত হলকান্ত বৰুৱাই লাজ পালে আৰু মনে মনে থাকিল।

এইদৰে বন্দীশালত দুয়ো শত্ৰুৰ পূৰ্ব্বৰ বিৰোধ জুইকুৰা নুমাল। এই বিৰোধ আগেয়েই নুমালহেতেন যদি তেন্তে আজি আমি এই কাহিনী লেখিবলৈ নেপালোঁহেতেন। কিন্তু ক'লে কি হ'ব! সকলো ঈশ্বৰৰ ইচ্ছা। ঈশ্বৰে যেতিয়া যাক বেয়া কৰিব লাগে; তেতিয়া তাৰ মনত সেইদৰে বেয়া বুধিও দিয়ে। সেই নিশাটো আৰু তাৰ পিছ দিনা দিনৰে দিনটো দুয়ো শত্ৰুৱে

এইদৰে একেটা ঘৰতে বন্দী হৈ থাকিল। বৰভোজৰ নিশা গধূলিতে চাইটা মানে তেওঁবিলাকৰ ঘৰ সোমাই চণ্ডী বৰুৱাক হাতত ধৰি সেই ঘৰৰ পৰা উলিয়াই নি শান্তিৰাম ভকত থকা উদণ্ড ঘৰটোত থলেগৈ। মিঙ্গিমাহাই দুইও বৰুৱাক একেলগে ৰখাটো উচিত নেভাবিয়েই হওক বা আন কোনো কাৰণেই হওক দুইকো এইদৰে বেলেগ কৰি থলে।

বৰভোজৰ নিশা লাহে লাহেকৈ অতীত হবলৈ ধৰিলে। হলকান্ত বৰুৱাই নিজৰ অৱস্থা গমি ভাবি থাকোঁতে থাকোঁতে ৰাতি দুপৰ হৈ গ'ল। তেওঁৰ চকুত অলপ টোপনি ধৰিলে এনেতে তেওঁ গম পালে ঘৰৰ ভিতৰত যেন কোনোবা এটা মানুহ সোমাইছে। তেওঁক কাটিবলৈ কোনোবা মান আহিছে বুলি বৰুৱাই ভয়তে থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে। এনেতে ঘৰৰ ভিতৰত সোমোৱা সেই মানুহজন আহি তেওঁৰ ওচৰ চাপিল আৰু হাতত সাৱে ভৰিত সাৱে ফুচ্‌ফুচ্ কৰি সুধিলে—"আপুনি বৰুৱা হয়নে? হলকান্তই ক'লে—"হওঁ।" মানুহটোৱে ক'লে—"বাপ! তেন্তে মোৰ লগতে এই সুৰঙেৰে ওলাই আহক।" মানুহজনৰ এই কথাত হলকান্তই ঈশ্বৰক নথৈ শলাগিলে আৰু সুৰঙেৰে চোৰৰ দৰে ওলাই দুইও লগ লাগি হাবিয়ে হাবিয়ে বাট ললে আৰু কিছুমান দূৰ গৈ এজাক মানুহ লগ পালে।"

ইফালে লক্ষ্মীকান্ত ডেকাবৰুৱাকো সেইদৰে আন এযোৰা মানুহে ঠিক একে সময়তে বৰভোজৰ নিশাই সুৰঙ্গ এটাৰে পলুৱাই নিলে।

# চতুৰ্দ্দশ অধ্যায়

## মানহঁতৰ দেওপূজা—প্ৰতিমা বিসৰ্জ্জন

পিছদিনা ৰাতি পুৱাল। মানহঁতৰ সকলোৱেই মুখ হাত ধুই চেলুৱই খাই দহোটা মান সিহঁতৰ সেনাপতি মিঙ্গিমাহা ক্যাডেউঙৰ ওচৰলৈ গ'ল আৰু সেনাপতিক ক'লে—"সেনাপতি! কাইলৈ আমাৰ যুঁজলৈ যাব লাগিব নহয়?" সেনাপতিয়ে ক'লে—"এৰা।" মানহঁতে ক'লে—"তেন্তে আমাৰ আজি দেও পূজা কৰা যুগুত।" সেনাপতি—"এৰা কৰিব লাগে।" সেনাপতিৰ এই আদেশ পাই মানহঁতে সিহঁতৰ বাহৰৰ ওচৰতে নৈৰ পাৰত এখন খোলা কৰিলে; সেই খোলাৰ ভিতৰতে এটা ভেটি কৰিলে। সেই ভেটিটোৰ ওপৰত দহবাৰখন গোমচেঙ্ কাপোৰ পাৰিলে; ওপৰত সাত তৰপীয়া কৰি চন্দ্ৰাতপ আঁৰিলে আৰু ভেটিটোত সিহঁতৰ পেৰা এটাৰ পৰা এহাত মান ওখ এজনা বুদ্ধৰ মূৰ্ত্তি থাপনা কৰিলে। মিঙ্গিমাহাই তেতিয়া নিজে গেৰুৱা কাপোৰ পিন্ধি সেই মূৰ্ত্তিৰ ওচৰলৈ আহিল। বুঢ়াভগীয়া বাৰটা মানেও সেইদৰে গেৰুৱা কাপোৰ পিন্ধি পূজাৰ আলপইচান কৰিবলৈ ধৰিলে। ডেকা মানহঁতে ওচৰৰ বাৰী-বিলাকৰ পৰা ভাল ভাল ফুল আনিলে। মিঙ্গিমাহাই সেই ফুলেৰে আৰু মদে-ভাতে সিহঁতৰ ইষ্ট দেৱতা বুদ্ধক পূজা কৰিলে। প্ৰথমেই মানহঁতে মলাত কৰি ধূনা ধূপ লগাই পৱিত্ৰ

বুদ্ধ মূৰ্ত্তিৰ চাৰিউফালে ঘূৰিবলৈ ধৰিলে। ৰণবাদ্য বজোৱা মানহঁতে তাৰ লগে লগে ৰণবাদ্য বজালে। ডেকা ডেকা মান-বিলাকে বাঁহী, গগনা, বীণ লৈ গাই বজাই মূৰ্ত্তিৰ চাৰিউফালে ঘূৰিলে। চাই থাকোঁতে থাকোঁতে সেই ঠাইডোখৰত অসংখ্য মান গোট খালে। ষোড়শ উপচাৰে বুদ্ধ মূৰ্ত্তিৰ পূজা হ'ল। মূৰ্ত্তি পূজি উঠি মানহঁতে সিহঁতৰ এটাইবিলাক অস্ত্ৰ আনি মূৰ্ত্তিৰ আগত থলে। তেতিয়া মিঙ্গিমাহাই সেই বুদ্ধ মূৰ্ত্তিক সাষ্টাঙ্গে প্ৰণিপাত কৰি যুঁজ জিকাবলৈ স্তুতি কৰিলে। আন আন মানবিলাকেও সেই মূৰ্ত্তিৰ আগত পৰি পৰি সেৱা কৰিলে। হায়! প্ৰশান্ত বুদ্ধ মূৰ্ত্তিয়ে আজি মানহঁতক অন্যায় কৰি নৰ-হত্যা কৰিবলৈ বৰ দিব লগাত পৰিল। অসভ্য পৰ্ব্বতীয়া মানৰ হাতত বুদ্ধদেৱৰ পৱিত্ৰ ধৰ্ম্ম কলঙ্কিত হ'ল। যি শাক্য-সিংহই মানুহৰ জৰা, মৃত্যু, ৰোগ, দুখ, ক্লেশ দেখিব নোৱাৰি ৰাজমুকুট আৰু ৰাজসিংহাসন এৰি পৃথিবীতে সামান্য ধৰ্ম্ম প্ৰচাৰকৰ বেশে "অহিংসা পৰমোধৰ্ম্ম" এনে মত প্ৰচাৰ কৰিছিল; অসভ্য মানহঁতৰ হাতত পৰি তেওঁৰ পৱিত্ৰ আত্মাই আজি স্বৰ্গৰ পৰা এই পৰ্ব্বতীয়া মান কেইটাক অসমীয়াৰ বংশ লোপ কৰিবলৈ বৰ দিব লগাত পৰিল।

মানহঁতৰ পূজা দিয়া হ'ল। এটাইবিলাক মানেই পূজাৰ প্ৰসাদ মদ-ভাত খালে। বেলি দেড়পৰ হোৱাত মানহঁতে বুদ্ধ মূৰ্ত্তিক আসনৰ পৰা নমালে আৰু আগৰ দৰে ভালকৈ জপাৰ ভিতৰত সুমুৱাই থলে। ইয়াৰ পিছতে মানহঁতে সেই মেলতে

বন্দীহঁতক কি কৰিব এইটো আলচ কৰিবলৈ ধৰিলে। বুঢ়া কামডেঙ্ নামেৰে মানটোৱে মিঙ্গিমাহাক ক'লে—"সেনাপতি! এই বন্দীবিলাকক নো কি কৰা হ'ব?" মিঙ্গিমাহাই ক'লে—"তোমালোক দহোটাই যি ভাল দেখা তাকে কৰিম।" সেনাপতিৰ এই কথা শুনি কামডেঙে ক'লে—"তেন্তে সকলো সমজুৱাকে সোধা যাওক" এই বুলিয়েই কামডেঙে সমজুৱা-বিলাকলৈ চাই সুধিলে—"ভাইহঁত! আমি কালি প্ৰাতসতে যুঁজলৈ যাম। আজিয়েই বন্দীবিলাকক যি হয় এটা কৰা য়াওক। তোমালোকেনো কি কৰিব-খোজা?" কামডেঙৰ এই কথাত ডেকা ডেকা কিছুমান মানে উত্তৰ কৰিলে—"সিহঁতক কাটি পেলোৱা যাওক।" বুঢ়া বুঢ়া কেতখিনি মানে ক'লে—"সিহঁতক হাদিৰালৈ লৈ যোৱা যাওক। তাতে যি হয় কৰা যাব।" দুইও দলৰ এই মত শুনি কামডেঙে ক'লে—"তহঁত দুজাকে দুৰকম মত দিলি। আমাৰ এই বন্দীবিলাকক ইয়াৰ পৰা লৈ যাব লাগিলে সিহঁতক ৰখ পৰ দি নিওঁতে আমাৰ কেতখিনি মানুহ লাগিব। চন্দ্ৰকান্ত ৰজাই বা কিমান ৰণুৱা গোটাইছে তাৰ ঠিকনা নাই। সেই দেখি মোৰ মনেৰে হ'লে সিহঁতক ইয়াতে শেহ কৰি যোৱা ভাল। তহঁতে বা কি কওঁ?" কামডেঙৰ এই কথাত সকলোবিলাক মানেই অলপ পৰ জিৰাই সতাই ভাবি একেমুখে ক'লে—"তেন্তে বন্দীহঁতক ইয়াতে মাৰি পেলোৱা যাওক।" মানহঁতৰ এই দৰে একেমত হোৱাত কামডেঙ্ আৰু মিঙ্গিমাহাই বন্দীবিলাকক এজন এজন কৰি উলিয়াই

আনিবলৈ আদেশ দিলে। মানহঁতেও একে একে বন্দীবিলাকক উলিয়াই আনিবলৈ ধৰিলে। চাৰিজন মানে প্ৰথমেই চণ্ডী বৰুৱাক আনি উলিয়ালে। সেনাপতি মিঙ্গিমাহাই চণ্ডী বৰুৱাক তাৰ আগত থিয় কৰি সুধিলে—“অহম! তই কেলেই আমাৰ লগত যুঁজ কৰিছিলি?” চণ্ডী বৰুৱাই বুজিলে যে মানহঁতৰ পৰা তেওঁৰ ৰক্ষা পোৱা টান। আৰু মৰিবৰ সময়ত কাপুৰুষৰ দৰে মৰাতকৈ সাহেৰে সৈতে মৰাই ভাল। ইয়াকে ভাবি আৰু মৰণকে সাৰোগত কৰি নিৰ্ভয় চিত্তে উত্তৰ কৰিলে—“মই তহঁতৰ লগত যুঁজ কৰিবলৈ নেপালোঁ। বিধতা মোলৈ অপ্ৰসন্ন হ’ল।” মিঙ্গিমাহাই সুধিলে—“ভালকৈ যুঁজ কৰা হলেনো কি কৰিলি-হেতেন?” চণ্ডী বৰুৱাই ক’লে—“ভালকৈ মই সৈন্য-সামন্ত গোটাই যুঁজিব পৰা হলে তোৰে সমন্বিতে তোৰ মানক থুকুচি থুকুচি কাটিলোঁহেতেন। কিন্তু বিধতা মোলৈ অপ্ৰসন্ন হ’ল।” মিঙ্গিমাহাই হাঁহি হাঁহি ক’লে—“অহম! তোৰ যদি এতিয়াও যুঁজ কৰিবলৈ হাবিলাষ আছে তেন্তে তই মোৰ দোৱনীয়া হ আৰু হাদিৰাচকিৰ যুঁজলৈ ওলা।” চণ্ডী বৰুৱা—“হাদিৰাত কাৰ লগতনো যুঁজ কৰিবলৈ?” মিঙ্গিমাহা—“চন্দ্ৰকান্ত ৰজাৰ লগত।” চণ্ডী বৰুৱা—“ইটো প্ৰাণ থাকোঁতে মই ৰজাৰ বিপক্ষে অস্ত্ৰ ধৰিব নোৱাৰোঁ।” মিঙ্গিমাহা—“তোৰ ৰজা কোন অ?” চণ্ডী বৰুৱা—“মোৰ ৰজা চন্দ্ৰকান্ত সিংহ।” মিঙ্গিমাহা —“তোৰ ৰজা এতিয়াও চন্দ্ৰকান্তই আছেনে? মইনো তেন্তে কি?” চণ্ডী বৰুৱা—“মোৰ ৰজা এতিয়াও চন্দ্ৰকান্তই। তই

অধৰমী, পশু, পিশাচ মান।” চণ্ডী বৰুৱাৰ এই কথাত মিঙ্গি-মাহা খঙতে ৰঙা পৰি তৎক্ষণাৎ তাৰ তৰোৱাল উলিয়াই তেওঁৰ মূৰত ঘা মাৰি দিলে ; এনেতে আৰু চাৰি পাঁচোটা মানে তেওঁৰ ওপৰত ওপৰাউপৰি কৰি তৰোৱাল মাৰি চণ্ডী বৰুৱাক ইহ জনমৰ যাতনাৰ পৰা মুক্ত কৰিলে। মানৰ হাতত এইদৰে ছকুৰি বছৰ বয়সত মইনবৰি গাৱঁত চণ্ডী বৰুৱাই তেওঁৰ জীৱলীলা সামৰিলে।

চণ্ডী বৰুৱাক কাটি উঠি মানহঁতে হলকান্ত আৰু লক্ষ্মীকান্ত বৰুৱাক আনিবলৈ গ'ল। মানহঁতে তেওঁবিলাকৰ ঘৰৰ ভিতৰত সোমাই তেওঁবিলাকৰ কাকো নেপাই উলটি আহি সেনাপতিক জনালে যে বন্দী পলাইছে। মিঙ্গিমাহাই সিহঁতৰ এই কথা শুনি খঙতে ৰঙা পৰিল আৰু তেওঁবিলাকক নেপাই পৰীয়াহঁতৰ পৰীয়া মানটোক আনিবলৈ দিলে। মানহঁতে গৈ সেই দুৱাৰৰখা মানটোক আনিলে। সি আহি আগত থিয় হোৱা মাত্ৰকে মিঙ্গিমাহাই চকু পকাই পকাই সুধিলে—“তোৰ বন্দী দুজনী কি হ'ল ? টেঙ্গুলা কালি কেনেকৈ মৰিল ?” পৰীয়াটোৱে ক'লে —“জানো সিহঁতৰ কি হ'ল কব নোৱাৰোঁ। টেঙ্গুলাক কোনোবা মানুহে আহি মাৰিলে।” মিঙ্গিমাহা—“তই সঁচা কথা ক। টেঙ্গুলা মৰা, বন্দী দুজনী পলোওৱা ইয়াত ভালেমান কথা থাকিব পায়। সঁচা নকওৱ যদি তোক আজি কাটি পেলাম।” পৰীয়াটোৱে তেওঁৰ এই কথাত এবাৰ কামডেঙৰ চকুৰ ফালে চাই ক'লে—“সেনাপতি ! মই সঁচা কব লাগিলে দোষ তোমাৰ

গাতেই উলটি পৰিব।" পৰীয়াটোৰ এই কথাত মিঙ্গিমাহা খঙতে ৰঙা পৰি ক'লে—"কি! তোৰ ইমান সাহ! তই মোক মুখে মুখে উত্তৰ দিয়!" পৰীয়াটোৱে তেতিয়া সমজুৱাইঁতলৈ চাই ক'লে—"ভাইইঁত! তহঁতে ন্যায় বিচাৰ কৰ। সেনাপতিয়ে ন্যায় বিচাৰ কৰিব নোখোজে।" পৰীয়াটোৰ এই কথাত মান-ইঁতে টিপোৱাটিপি কৰি হাঁহিবলৈ ধৰিলে। অৱশেহত কামডেঙে ক'লে—"বাৰু! তোৰ আমি উচিত বিচাৰ কৰোঁ। তই কি কব খোজ ক।" পৰীয়াটোৱে ক'লে—"বাৰু মই যি কওঁ কম। কিন্তু সেনাপতিৰ সেই তিৰুতাজনীক সমাজৰ ভিতৰলৈ আনিব লাগে।" মিঙ্গিমাহা—"মই তাইক কেতিয়াও আনিব নিদিওঁ।" কামডেঙ—"ভাই সেনাপতি! দোষীক দণ্ড দিয়াৰ আগেয়ে বিচাৰ কৰা উচিত। তাইতো আমাৰ মানৰ তিৰোতা নহয়। তাই অসমীয়া, আদেশ কৰা তাইক আনো।" মিঙ্গিমাহাই কামডেঙৰ এই কথা এৰাব নোৱাৰি ক'লে—"বাৰু! তেন্তে আন।" সেনাপতিৰ এই কথাত কামডেঙে নিজে গৈ পত্নুমীক মাতি আনিলে। পত্নুমী আহি সমাজৰ মাজত থিয় দিলে। তেতিয়া কামডেঙে সুধিলে—"পৰীয়া! তই কি কব খোজ ক।" পৰীয়াটোৱে ক'লে—"ভাইইঁত! তহঁতে তাইক সোধ তাই সেনাপতিক খাটি বন্দী এটা এৰি দিছে নে নাই।" তাৰ এই কথাত মিঙ্গিমাহাৰ মনক খঙে আৰু লাজে বেঢ়ি ধৰিলে। সি মাতিব নোৱাৰাত পৰিল। একে থৰে ৰ' লাগি পত্নুমীৰ ফালে চাই ৰ'ল। পত্নুমীয়ে উত্তৰ কৰিলে "হয়! মই এটা বন্দীক

সেনাপতিক খাটি মোকলাই দিছোঁ।” কামডেঙে ক’লে—“কিয় মোকলাই দিলি ?” পত্নমী—“সি ওলাই গৈ ইবিলাক বন্দীকো বুধি কৰি পলুৱাই নিবলৈ।’ কামডেঙে ক’লে—“সেনাপতি ! শুনা তোমাৰ এই কি কয়।” সেনাপতিয়ে তবধ মনেৰে শুনিবলৈ ধৰিলে। কামডেঙে সুধিলে—“সিহঁতক পলুৱালি কেলেই ?” পত্নমী—“সিহঁতৰ জাতকুল, প্ৰাণ ৰক্ষা কৰিবলৈ।” কামডেঙ—“আমাৰ হাতত থকাতনো সিহঁতৰ কি বেয়া হৈছিল ?” পত্নমী—“পিশাচৰ হাতত থাকিলে যদি মানুহৰ একো বেয়া নহয় তেন্তে সিহঁতৰো একো বেয়া হোৱা নাছিল। মই কুবুজিহে কৰিলোঁ।” কামডেঙ—“পিশাচ কোন অ ?” পত্নমী—“অধৰমী মান।” পত্নমীৰ এই কথাত সকলোবিলাক মানেই জিকজিকাই উঠিল। এনেতে মিঙ্গিমাহাই সিফালৰ পৰা ক’লে—“পত্নমী ! তই গা বুজি সমজুৱাৰ আগত কথা ক। তোৰ বেয়া হব। মই ৰাখিব নোৱাৰিম।” পত্নমী—“মিঙ্গিমাহা ! আজি মই ভয় নকৰোঁ। তোৰে মোৰে সম্পৰ্ক ছিগিল। সেই দেখি মোৰ দোষ ক্ষমা কৰিবি।” পত্নমীৰ এই কথাত মিঙ্গি-মাহাই সমজুৱা আৰু কামডেঙলৈ চাই ক’লে—“ভাইহঁত ! দোষেই হইছে বা গুণেই হইছে এইক আৰু একো কথা নুসুধিবি। এইক এৰি দে। মইও পৰীয়াটোক এৰিলোঁ।” সমজুৱাহঁতে ক’লে—“সেনাপতি ! তোমাৰ মুখলৈ চাই এইক এৰিলেও এৰিব পাৰোঁ—কিন্তু আমাৰ মানলৈ এইৰ ঘিণ কিমান চোৱাচোন। এইৰ দোষতে টেঙ্গুলা মৰিছেনে নাই ভাবি

চোৱাচোন। আমি এইক আৰু কেই আষাৰমান কথা সোধোঁ। এই যদি মুখ ৰাখি কথা কয় তেন্তে ভাল। নচেৎ এইক শুদাই নেৰোঁ।” সিহঁতৰ এই কথাত মিঙ্গিমাহাই পত্নমীক ক’লে—“বুকৰ জীউ! তই আজি বৰকৈ মদ খাইছিলি হবলা। তই সমজুৱাহঁতক সেৱা কৰি ক্ষমা প্ৰাৰ্থনা কৰ। মুখ ৰাখি কথা ক।” পত্নমীয়ে ক’লে—“মিঙ্গিমাহা! মই মদ ফটিকা খোৱা নাই। মোৰ আৰু জীৱলৈকো বাঞ্চা নাই। তোক মই ভাল পাইছিলোঁ। সোণা! মোক বিদায় দে। তোৰ এই পিশাচহঁতে মোক কাটি পেলাওঁক।” পত্নমীৰ এই কথাত মিঙ্গিমাহা বৰ বিমৰিষ হ’ল। কামডেঙৰ চকুলৈ চাই চকুৰেই কাবৌ-মিনতি জনালে। কামডেঙে তিলোৱাৰ ভাব বুজি মৰম লাগি পত্নমীক ক’লে—“পত্নমী! তই মদ খাইছ হবলা। ভালকৈ কথা ক। বাৰু কচোন টেঙ্গুলা কেনেকৈ মৰা পৰিল।” পত্নমী—“টেঙ্গুলাই পাপৰ পৰাচিত কৰিলে। সি পিশাচে আৰু এই পিশাচে দুইও লগ লাগি সিহঁতৰ জাত মাৰিবলৈ গৈছিল। ঈশ্বৰে তাৰ প্ৰতিফল দিলে। এতিয়া তইঁত পাষণ্ডইতে মোক কাটি পেলা।” পত্নমীৰ এই কথাত এইবাৰ সমজুৱাহঁতৰ ভিতৰৰ এটা ডেকা মানে থিয় হৈ কবলৈ ধৰিলে। “ভাইহঁত! চা। এই তিৰোতাজনীয়ে আমাক কেনেকৈ গালি পাৰে। সেনাপতিৰ তিৰুতা হ’ল বুলি আমাক ইমান গালি পাৰিব লাগেনে? চাচোন এইৰ দোষতে আমাৰ টেঙ্গুলা মৰিল। এই আহিবৰে পৰা আমাৰ কিমান বন্দী পলুৱাই দিলে। এইয়ে আমাৰ সেনাপতিক এজন সাহিয়াল বীৰ গুচাই

এটা ভেড়া কৰিলে। এই আমাৰ প্ৰধান শত্ৰু নহয়নে ? এইক জীয়াই জীয়াই পুৰিব নেলাগেনে ? এইৰ মঙ্গহ কাউৰ শগুনক দিব নেলাগেনে ?" মানটোৰ এই কথাত সমজুৱাবিলাক জ্বলি উঠিল আৰু একে মুখে ক'লে—"এইক ধৰ। জীয়াই জীয়াই পোৰ" এই বুলিয়েই কুড়িটা সমজুৱাই পত্নমীলৈ খেদা মাৰি আহিল। মিঙ্গিমাহাই সিহঁতক খেদা মাৰি অহা দেখি একেচাবে উঠি গৈ পত্নমীক আঁকোৱালি ধৰি ক'লে—"বুকৰ জীউ ! তই কথা নকবি। সমজুৱাহঁতৰ ভৰিত দীঘল দি পৰ।" পত্নমীয়ে ক'লে—"মিঙ্গিমাহা ! চাওঁ তই মোক এৰি দে" এই বুলি কৈয়েই আজোৰ মাৰি তাৰ হাতৰ পৰা ওলাই মানহঁতৰ আগত থিয় হৈ হেপাহ পলুৱাই নিৰ্ভয় চিত্তে ক'লে—"পিশাচহঁত ! পাষণ্ডহঁত ! ৰাক্ষসহঁত ! তহঁতে মোক কাটি পেলা। মোৰ মঙ্গহ কাউৰ শগুনক দে। তেও তহঁতৰ হাতৰ পৰা সাৰোঁ। নৰকীহঁত ! অধৰমীহঁত ! তহঁতে মোক কি কৰিবলৈ নথলি। মোৰ আই, বোপাই, ভাই, ককাই সকলোকে মাৰিলি। মোৰ জাত মাৰিলি। মোৰ সতীত্ব হৰণ কৰিলি। যদি এজন ঈশ্বৰ আছে, যদি পৃথিবীত ধৰ্ম্ম আছে তেন্তে নিশ্চয় নিশ্চয় তহঁতে ইয়াৰ প্ৰতিফল পাবি। ঈশ্বৰে কৰে তহঁতৰো লৰা তিৰুতাই আমাৰ দৰেই কান্দিব। ঈশ্বৰে কৰে তহঁতৰো লৰা তিৰুতাৰ আন কোনোবাই এইদৰে জাতকুল মাৰিব।" পত্নমীৰ এই কথাত মানহঁত খণ্ডতে জ্বলি আহিল। দহোটা মানে আহি পত্নমীক বান্ধিবলৈ ধৰিলে। মিঙ্গিমাহাই চকুৰ লো টুকিবলৈ

ধৰিলে। পাঁচোটা মানে আৰু কামডেঙে তাক আহি আগুৰি ধৰিলে। কামডেঙে কলে—“সেনাপতি! ক্ষমা কৰিবা। শোক নকৰিবা। তাই মৰক। তাই তোমাৰ নিচিনা বীৰ এটাকো কাপুৰুষ কৰি পেলালে। ভাল হ’ল আমাৰ আপদ খণ্ডিল। কাইলৈ আমি হাদিৰালৈ যাম। পৰীয়াটোৱে আহি আঠু লৈ ক’লে—বীৰ! তাই ভ্ৰষ্টাও। তাইত সঁজাত নাই।” সিহঁতৰ কথা শুনি সেনাপতি মনে মনে থাকিল। পচুমীক মানহঁতে বান্ধি ছাতি নি বৰনগৰৰ পৰা ধৰি অনা বন্দীবিলাকৰ লগত একেটা ঘৰতে সুমুৱাই বাহিৰৰ পৰা সেই ঘৰটোৰ দুৱাৰ বান্ধি ঘৰটোত জুই লগাই দিলে। হুম্ হুম্ শবদেৰে অগ্নি জ্বলি উঠিল। বন্দীহঁতে “আইঔ পুৰি মৰিলোঁ ঔ” বুলি চিঞৰিবলৈ ধৰিলে। চাই থাকোঁতে থাকোঁতে অভ্ৰং লেহী অগ্নি শিখা জ্বলি উঠিল। জুইৰ হুম্হুমনিত হতভগীয়া বন্দীহঁতৰ মাত ক্ৰমে নিজম্ পৰি গ’ল। এইদৰে সেই মইনবৰি গাৱঁতে পাষণ্ডহঁতে এনেকুৱা ভীষণ নিষ্ঠুৰতা আচৰণ কৰি সিহঁতৰ পিশাচ প্ৰকৃতিৰ চিনাকি দি পিছ দিনা হাদিৰালৈ যাত্ৰা কৰিলে।

# পঞ্চদশ অধ্যায়

## কনৰা গাওঁ

মইনবৰি গাৱঁৰ পূব-দক্ষিণ কোণত ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰায় মইনবৰিৰ পৰা এবেলাৰ বাটত কনৰা নামে এখন গাওঁ আছিল। সেই গাৱঁত মানৰ শেষ আক্ৰমণৰ সময়ত প্ৰায় চাৰিকুৰি ঘৰ মানুহ আছিল। সেই গাওঁখন মানৰ উপদ্ৰৱৰ পৰা ৰক্ষা পৰি আছিল। তাত অনাথ চৌধাৰী নামেৰে এজন পুৰণি কলিতা ভাল মানুহ আছিল। তেওঁ বৰফুকনে পতা বিষয়া আৰু সেই কাৰণে বিশেষ তেওঁৰ শান্ত প্ৰকৃতিৰ গুণত গাৱঁৰ এটাইবিলাক মানুহেই তেওঁক উপাসা কৰিছিল; আন কি দেৱতাৰ দৰে মানিছিল। অনাথনাথ চৌধাৰীৰ ভাই-ককাই কেৱে নাছিল। পৰিয়ালৰ ভিতৰত তেওঁৰ ঘৈণীয়েক আৰু এটি তেওঁৰ পাঁচবছৰীয়া লৰা আছিল। মাটি-বৃত্তি, বেটী-বন্দী তেওঁৰ সৰহ পৰিমাণে আছিল।

শান্তিৰাম ভকতে সেই নিশা মানৰ বাহৰৰ পৰা পলাই এই কনৰা গাৱঁলৈকে আহিছিল আৰু দয়ালু অনাথ চৌধাৰীত চণ্ডী বৰুৱাৰ দুখৰ বাতৰিবিলাক জনাই চণ্ডী বৰুৱাৰ উদ্ধাৰৰ অৰ্থে সহায় খুজিছিল। স্বদেশবৎসল অনাথ চৌধাৰীয়েও শান্তিৰামৰ মুখে চণ্ডী বৰুৱা, তেওঁৰ ধৰ্ম্মীয়া জীয়েক ইত্যাদিৰ দুখৰ বিলাই

শুনি গাৱঁৰ সাহিয়াল সাহিয়াল তুকুৰিমান মানুহক সিহঁতৰ হাতত জাঠি জোঙ আৰু দা চিপ্ৰাং, তুখন দোলা ইত্যাদি দি শাস্তিৰাম ভকতে সৈতে বন্দীবিলাকক উদ্ধাৰ কৰি নিবলৈ পঠাইছিল। সেই মানুহবিলাক হাবিয়ে হাবিয়ে আহি শাস্তিৰামৰ দিহা মতে বৰভোজৰ নিশা বন্দীঘৰ তিনিটাত তিনিটা সুৰঙ্গ কাটি আৰু টেঙ্গুলাক মাৰি পমীলা, মনোমতী, লক্ষ্মীকান্ত ইত্যাদিক পলুৱাই নিছিল। চণ্ডী বৰুৱা বুলি সেই লগতে হলকান্ত বৰুৱাকো কেনেকৈ উদ্ধাৰ কৰিলে আৰু চণ্ডী বৰুৱাক কিবাবে নেপালে পাঠক সকলে তাক জানিছেই।

বন্দীশালৰ পৰা বন্দীসকলক উলিয়াই লৈ কনৰা গাৱঁৰ মানুহবিলাকে হাবিৰ মাজে মাজে গৈ এটা পুখুৰীৰ পাৰ পালে। তাত গোটেইবিলাক মানুহেই লগ লাগিল। তাতে ৰাতিও পুৱাল। মানুহবিলাকে সেই পুখুৰীত নামি মুখ হাত ধুলে। ঘাৰ বিষ আৰু অনাহাৰে লক্ষ্মীকান্তৰ প্ৰকোপিত জ্বৰ উঠিল। মানুহবিলাকে এখন দোলাত লক্ষ্মীকান্তক আৰু এখনত পমীলা আৰু মনোমতীক তুলি লৈ কনৰা গাৱঁৰ ফালে যাবলৈ ধৰিলে।

ৰাতি ভালকৈ পুৱালেত গোটেইবিলাক মানুহেই দেখাদেখি হ'ল। হলকান্ত বৰুৱাই সেই মানুহবিলাকৰ ভিতৰত শাস্তিৰাম ভকতক দেখা পালে। হলকান্তক দেখি শাস্তিৰাম ভকতে হলকান্ত বৰুৱাক পলুৱাই অনা মানুহটোৰ গুৰিলৈ গৈ মনে মনে সুধিলে—"তই কি কৰিলি? যাক আনিবলৈ পঠাইছিলোঁ তেওঁক দেখোন নানিলি? মানুহটোৱে ক'লে—"কেলেই এওঁ

চণ্ডী বৰুৱা নহয়নে ?” শান্তিৰাম—“এওঁ চণ্ডী বৰুৱা নহয়। এওঁ চণ্ডী বৰুৱাৰ প্ৰধান শত্ৰু মানৰ মিতিৰ হলকান্ত বৰুৱা।” মানুহটোৱে শান্তিৰামৰ এই কথা শুনি তধা খালে। শান্তিৰামেও আকাৰে ইঙ্গিতে তাক মনে মনে থাকিবলৈ কৈ হলকান্ত বৰুৱাৰ ওচৰ পালেগৈ আৰু তেওঁক এবাৰ লগ কৰি একাষৰীয়া কৰি মাতি নি ক’লে—“বাপ! আমি দেখোন চণ্ডী বৰুৱাক আনিবলৈহে মানুহ পঠাইছিলোঁ; কিন্তু তেওঁক নানি দেখোন আপোনাকহে আনিলে। আপুনি দেখোন মানৰ মিতিৰ। আপুনি আমাক ক’ৰবাত বিপদত পেলাবলৈ আহিছেনে কি ?” হলকান্তই ক’লে—“শান্তিৰাম! মই আৰু এতিয়া মানৰ মিতিৰ নহওঁ। চণ্ডী বৰুৱাৰ দৰে মইও পিশাচহঁতৰ এতিয়া প্ৰধান শত্ৰু।” শান্তিৰাম—“বাপ! আমিনো সেইটো কথা বিশ্বাস কৰোঁ কেনেকৈ ? মিতিৰেই হওক বা শতুৰেই হওক আপুনি যদি উলটি গৈ আমাক মান আনি সেই মানৰ হতুৱাই নষ্ট কৰাব খোজে তেন্তে আমিও আপোনাৰ ওপৰত তাৰ শোধ লম। আপোনাৰ পুতেকক আমি আগেয়ে বধিম।” হলকান্ত —“শান্তিৰাম! মোক অবিশ্বাস নকৰিবা। মই আৰু মানৰ ভালৈ উলটি নাযাওঁ। তোমালোকৰ লগে লগেই যাম। পিশাচহঁতে শেষত মোকো কাটিবলৈ ওলাইছিল। মোক বন্দী কৰি পাষণ্ডহঁতে চণ্ডী বৰুৱাৰ লগতে থৈছিল। পৰহি নিশা দেড় পৰ হোৱাত কি কাৰণত কব নোৱাৰোঁ অধমহঁতে তেওঁক বন্দীশালৰ পৰা উলিয়াই লৈ গৈ কি কৰিলে কব নোৱাৰোঁ।

যিকি নহওঁক আজি ৰাতি তেওঁকো উদ্ধাৰ কৰিবলৈ উপায় কৰিব লাগিব। আৰু সেই উপায় মইয়ে কৰিম।" এইদৰে কথা-বতৰা পাতি বেলি প্ৰায় দেড় পৰ হওঁতে গোটেইবিলাক মানুহেই কনৰা গাওঁ পালে। এটাইবিলাক গৈ পোৱাত অনাথ চৌধাৰীয়ে আদৰ কৰি মানুহবিলাকক শোধ-পোচ কৰিলে। পমীলা আৰু মনোমতীক ভিতৰলৈ লৈ গৈ চোতালত বহুৱাই এজন বামুণৰ হতুৱাই এক এক চান্দ্ৰায়ন পৰাচিত কৰি গা ধুৱাই ঘৰৰ ভিতৰলৈ নিলে। লক্ষ্মীকান্ত ডেকা বৰুৱাৰ বিষম জ্বৰ দেখি তেওঁ ততালিকে ডেকা বৰুৱাক ধৰাধৰি কৰি নি খাটৰ ওপৰত শুৱালে। চৌধাৰীয়ে ডেকা বৰুৱাৰ ওচৰলৈ গৈ তেওঁৰ নাড়ী চাই জ্বৰ বৰ টান দেখি পেৰাৰ পৰা বৰি এটা উলিয়াই মাৰি খুৱালে। এটা মানুহক গাৱঁৰ কবিৰাজজনৰ ঘৰলৈ পঠালে। তাৰ পাছত ওলাই আহি বামুণৰ হতুৱাই শান্তিৰাম ভকত আৰু হলকান্ত বৰুৱাক পৰাচিত কৰি নতুন কপোৰ এযোৰা পিন্ধিবলৈ দি ভিতৰলৈ গৈ ঘৈণীয়েকে সৈতে আলচ কৰি বামুণৰ হতুৱাই ওপৰৰ আতালৰ পৰা জহা ধানৰ চিৰা উলিয়াই হলকান্ত বৰুৱাক মাতি নি জলপান খুৱালে। তাৰ পিছত সেইদৰে শান্তিৰাম ভকতক নি গোঁসাই-ঘৰত জলপান খাবলৈ দি ওলাই আহিল। ভিতৰৰ ফালে সেইদৰে চৌধাৰীনীয়েও পমীলা আৰু মনোমতীক জলপান খাবলৈ দিলে। পমীলাই জলপান নেখাই চৌধাৰীনীক ক'লে—"আই মই অলপ পিছত খাম, সখীয়ে বাৰু খাওক।" এই বুলি কৈয়েই পমীলা ঘৰৰ ভিতৰৰ পৰা ওলাই গোঁসাই

ঘৰলৈ আহিল আৰু শান্তিৰাম ভকতক জলপান খোৱাতে লগ ধৰি ক'লে—"আতৈ! এটা কথা সুধিবলৈ আহিলোঁ। শান্তিৰাম—"কি কথা পমীলা?" পমীলা—"আমাৰ লগত দেখোন আমাৰ বৰুৱা নাহিল। তেওঁনো ক'ত? তেওঁৰ নো কি হ'ল?" শান্তিৰাম—"তুমি এতিয়া সেইবিলাক কথা এৰা। আজি এই কেইদিন তোমালোকৰ নিৰাহাৰ। চাইটা খাই সুস্থিৰ হোৱাগৈ।" পমীলা—"পিশাচহঁতৰ হাতৰ পৰা ৰক্ষা পৰি আহিছোঁ যেতিয়াই এতিয়া আৰু খোৱা-লোৱাৰ চিন্তা নাই। কিন্তু আপুনি কওকচোন আমাৰ বৰুৱাৰ কি হ'ল? কিয় তেওঁক নানিলে।" শান্তিৰাম—"চণ্ডী বৰুৱাক আমাৰ মানুহযোৰাই সেই ঘৰটোৰ ভিতৰত নেপালে। তাত হলকান্ত বৰুৱাক পাই তেওঁকে চণ্ডী বৰুৱা বুলি আমাৰ মানুহে লৈ আহিছে।" পমীলা—"ইয়াৰ কাৰণ কি কব পাৰেনে?" শান্তিৰাম—"মই হলকান্ত বৰুৱাৰ মুখে শুনিছোঁ তেওঁক হেনো মানহঁতে শেষত বন্দী কৰি চণ্ডী বৰুৱাৰ লগতে সেই ঘৰটোত থৈছিল। পিছত পৰহি নিশা মানহঁতে হেনো চণ্ডী বৰুৱাক সেইটো ঘৰৰ পৰা উলিয়াই নি কি কৰিলে কব নোৱাৰোঁ।" পমীলা—"তেন্তে এতিয়ানো আমাৰ কি কৰা যুগুত?" শান্তিৰাম—"ঈশ্বৰে যদি সকলোকে ভালে-কুশলে ৰাখে তেন্তে আজি নিশা মই আকৌ মানুহ-দুনুহ লৈ তেওঁক আনিবলৈ যাওঁ বুলিছোঁ। কিন্তু তেওঁক যে পাম এনেটো আশা নাই।" পমীলা—"আপোনাৰ দেখোন ভালেমান দুখ হ'ল। অইন কাৰবাক পঠালে নহয় জানো?"

শান্তিৰাম—"অইন মানুহে মানৰ বাহৰৰ একো দিহা নাপায়। মই আৰু হলকান্ত বৰুৱায়ে অলপ যি জানো। হলকান্ত বৰুৱাই নিজে যাওঁ বুলিছে। কিন্তু তেওঁক অকলৈ বিশ্বাস কৰি এৰি দিব নোৱাৰোঁ। কিজানি তেওঁ আকৌ মানৰ লগত মিলি এই গোটেইখন গাৱঁকে বিপদত পেলায়। সেই দেখি মই অকলৈ মানুহ-দুনুহ লৈ যাওঁ বুলিছোঁ।" পমীলা—"আতৈ! আপোনাক নশলাগি নোৱাৰোঁ। কিন্তু আপুনিনো পৰৰ উপকাৰৰ অৰ্থে ইমান যত্ন কৰিবলৈ ক'ত শিকিলে কওকচোন?" শান্তিৰাম—"পমীলা! বাৰু কোৱাচোন তুমিনো তোমাৰ সখীক ভাল পাবলৈ আৰু আন যাকে তাকে ভাল পাবলৈ ক'ত শিকিলা?" পমীলা—"সজ্জনৰ লগত থাকিলে হেনো মানুহে সজ সঙ্গতি পায়। ভাল কথা-বতৰা শিকে! আপোনাৰ নিচিনা পৰক ফাঁকি দিব পৰা কেৰলীয়া ভকত এজন বৰুৱাৰ টোলত থাকিলে সেই ভকতৰ ফাঁকি দিয়া গুণে আন মানুহক নপৰ্শিব কেলেই?" পমীলাৰ এই কথাত শান্তিৰাম ভকতে লাহেকৈ মুখ হাত ধুই পানী এচিটা পমীলাৰ গালে মাৰি দিলে। ৰাঙ্গচালী পমীলাইও ইয়াৰ শোধ লবৰ মনেৰে বেৰৰ মাটী এডোখৰ তুলি লৈ ভকতৰ গাত মাৰি দি গোঁসাই ঘৰৰ পৰা পলাই লৰ মাৰিলে।

ইফালে অনাথ চৌধাৰীয়ে হলকান্ত বৰুৱাৰ লগত ইষ্ট আলাপ কৰিলে। দুইও চণ্ডী বৰুৱালৈ আক্ষেপ কৰিলে। এনেতে অনাথ চৌধাৰীয়ে মাতি পঠোৱা কবিৰাজ জনা আহি

ওলাল। তেতিয়া হলকান্ত বৰুৱা, অনাথ চৌধাৰী, শান্তিৰাম ভকত গোটেইবিলাকেই চিকিৎসকক লৈ লক্ষ্মীকান্তৰ ওচৰ পালেগৈ! কবিৰাজে নাড়ী চাই লক্ষ্মীকান্তৰ বৰ টান জ্বৰ দেখি মনটো অলপ বিমৰ্ষ কৰি ক'লে—"দেউতা বপাৰ জ্বৰ টান। বাৰু মই যিমান পাৰোঁ চাম। বপাৰ আলপইচান ধৰিবলৈ, কোৱাঠ মাৰিবলৈ, পানী তপতাবলৈ ভাল তিনি-চাৰিজনীমান মাইকী মানুহ বন্দৱস্ত কৰি দিয়ক। তিনি চাৰিটিমান মানুহে অনুপান বিচাৰি দিয়ক। আজি দিনে ৰাতিয়ে চাব লাগিব।" কবিৰাজে এই দৰে কোৱাত হলকান্ত বৰুৱাই কান্দিবলৈ ধৰিলে। অনাথ চৌধাৰীয়ে তেওঁক প্ৰবোধ দিবলৈ ধৰিলে। তাৰ পিছত তেওঁ লক্ষ্মীকান্তৰ শুশ্ৰূষাৰ নিমিত্তে পমীলা, মনোমতী আৰু তিলোত্তমা নামেৰে এজনী জীয়াৰী ছোৱালীক মাতি আনি ক'লে—"আইটীহঁত তোমালোকে বপাৰ পতিপাল কৰা।" তিলোত্তমা বোলা সেই ছোৱালীজনীয়ে লক্ষ্মীকান্তৰ ওচৰ চাপিয়েই "আইঐ মোৰ ককাইদেউ ঐ" বুলি ৰোগীৰ গলটোত সাবোট মাৰি ধৰিবলৈ গ'ল। পমীলাই তেওঁক হাই ঐ বিয়ো কৰিবলৈ হাক দিলে। তিলোত্তমাৰ মাত শুনি হলকান্ত বৰুৱাইও একেচাবে আহি তিলোত্তমাৰ গলত ধৰি "আইঐ মোৰ তিলো ঐ" বুলি কান্দিবলৈ ধৰিলে। অনাথ চৌধাৰীয়ে বাপেক জীয়েকৰ এই পূৰ্ণ মিলনত বৰ আনন্দ পালে; কিন্তু ৰোগীৰ ভালৰ নিমিত্তে তেওঁবিলাক দুইকো সিটো খোটালিলৈ বঢ়াই বুজাই নিলে।

# ষোড়শ অধ্যায়

## হাদিৰা চকিৰ ৰণ

আজি মাঘ মাহৰ পঞ্চমী তিথি। ৰাতি পুৱাইছে মাথোন। সূৰুয দেৱতাই পূৱৰ ফালৰ পৰা টল্‌বলীয়া হৈ একুৰা জুইৰ দৰে ৰঙা হৈ ওলাইছে। আকাশ নিৰ্ম্মল। ক'তো এফেৰিও মেঘৰ চিন নাই। কেৱল সূৰুয দেৱতাৰ দুইওকাষে পূৱৰ ফালে দুচটা ৰঙা মেঘে ৰেঙাইছিল। সেই ৰঙা মেঘৰ ছাঁ আৰু সূৰুয দেৱতাৰ ৰশ্মিয়ে ব্ৰহ্মপুত্ৰ নৈৰ পানীত পৰি নৈৰ পানীকো হেঙুলীয়া কৰিছিল। ব্ৰহ্মপুত্ৰৰ পানী থিৰ। নিজৰ গতিক বিৰোধ কৰিব পৰা সমান বলী শত্ৰু নাপাই যেন আজি ব্ৰহ্মপুত্ৰ বাবাই থিৰ, নিতাল আৰু গম্ভীৰ ভাৱেৰে তেওঁৰ সকাম সাধি যাবলগীয়া ঠাইলে গৈ আছিল। ঠিক এনে সময়তে, এনে দিনতে ৰাতিপুৱাই ব্ৰহ্মপুত্ৰ নৈৰ পাৰত গোৱালপাৰা নগৰৰ উত্তৰ পাৰে হাদিৰা চকিৰ চাপৰি এটাত হাতে হাতে শেল, জাঠি, তৰোৱাল, হিলৈ লৈ পাঁচ হেজাৰ মানুহ গোট খাইছিল। এই মানুহ চাৰি দল। তেওঁবিলাকৰ পিছত অলপ আঁতৰত এখন চন্দ্ৰাতপ তৰি তাৰ তলত ৰূপৰ শৰাই এখন আগত লৈ এঁজন ৰজা। এই ৰজাজনেই অসমৰ শেষ ৰজা স্বৰ্গীয় চন্দ্ৰকান্ত সিংহ। মানৰ লগত গুৱাহাটীত এবাৰ যুঁজি মানক বলে নোৱাৰি তেওঁ

গোৱালপাৰালৈ পলাই ডেভিড্চন ছাহাবক সহায় খুজি সহায় নাপাই মৰণত শৰণ দি হাদিৰালৈ পাৰ হৈ আহি চাৰি পাঁচ হেজাৰ সৈন্য গোটাই আৰু পঞ্জাবৰ পৰা পাঁচশমান শিখ আনি মানৰ লগত আজি এটা শেষ ৰণ দিবলৈ সাজু হৈছিল। কিন্তু তেওঁৰ মইনবৰিত থকা মানক আগচি গৈ ধৰিবলৈ বুধিফাকি নহ'ল।

আগদিনাই—কটকী পঠাই মান ক'ত আছে, কি কৰিছে বুজ লোৱাই তেওঁ আজি তেওঁৰ সৈন্যবিলাকক যুঁজলৈ শাৰী কৰিলে। তেওঁব ৰণুৱা চাৰি ফৈদ। এজাক শিখ, এজাক আহোম, এজাক মচলমান্ আৰু এজাক অসমীয়া কোচ, কচাৰি, কলিতা। শিখজাকৰ চৈতন্য সিং, আহোম জাকৰ চাৰু, মচলমান জাকৰ মিৰদোলা আৰু অসমীয়া জাকৰ কৃষ্ণৰাম নামেৰে চাৰি জন সেনাপতি।

শিখ আৰু মচলমানবিলাকে হাতে হাতে তৰোৱাল লৈ যুদ্ধক্ষেত্ৰৰ সোঁ হাতে, আহোমহঁত বাওঁ হাতে, আৰু অসমীয়া জাক মাজত আছিল। কোচ কচাৰি ৰণুৱাহঁতৰ হাতে হাতে শেল, জাঠি, ধনু আৰু কাঁড়। বাৰশমান আহোমৰ হাততো ধনু আৰু কাঁড়। আহোমহঁতৰ আগত চাইটা বৰটোপ পতা।

ৰণুৱাবিলাকে এইদৰে শাৰী হৈ সাজু হ'লত স্বৰ্গদেৱে সেনাপতি চাৰিউজনকে মতাই নিয়ালে। তেওঁবিলাকে ৰজাৰ আগত গৈ আঠু ললে। ৰজাই পোনেই ৰূপৰ শৰাইৰ পৰা নিজহাতে তামোলপান লৈ শিখ সেনাপতি চৈতন্য সিংহক দি

ক'লে—"সেনাপতি! মই শুনিছোঁ তোমালোকৰ সদৃশ বীৰ হেনো পৃথিবীত নাই। মোৰ এই ৰাজ্য মানে ছাৰখাৰ কৰিলে। আজিৰ যুঁজত যদি তুমি চন্দ্ৰকান্ত ৰজাক তেওঁৰ হৰোৱা সিংহাসন লৈ দিব পাৰা তেন্তে তুমি অসমৰ ৰজাক চিৰকৃতজ্ঞতাৰ জৰীৰে বান্ধি ৰাখিলা। জগতত তোমালোকৰ অক্ষয় কীৰ্ত্তি ৰব।" ৰজাক এই সাদৰ সম্ভাষণত চৈতন্য সিংহে ক'লে—"মহাৰাজ! মোৰ ৰণুৱাবিলাকে সৈতে স্বৰ্গদেৱৰ অৰ্থে নিজৰ মূৰ দিম। আপুনি জানিব যেতিয়ালৈকে শিখৰ গাত একবিন্দু তেজ থাকে, তেতিয়ালৈকে শিখে ৰণত পিছ ভৰি নকৰে।" ৰজাই ক'লে—"বীৰ! তোমালোকৰ বীৰত্বক জগতে বখানে। বাৰু তুমি যোৱা।" ৰজাৰ এই আদেশ পাই চৈতন্য সিংহ নিজৰ ফৈদলৈ গ'ল। তেতিয়া শিখহঁতে "জয়! আসাম মহাৰাজা কী জয়" বুলি জয়ধ্বনি কৰিলে।

চৈতন্য সিংহক সম্ভাষণ কৰি উঠি ৰজাই মিৰদোলা আৰু কৃষ্ণৰামকো সেই দৰে গুৱা-পান দিলে। তেওঁবিলাক দুজনেও "আমি স্বৰ্গদেৱৰ অৰ্থে প্ৰাণ দিম" বুলি নিজ নিজ ফৈদলৈ গ'ল। তেতিয়া তেওঁবিলাকৰ ৰণুৱাহঁতেও "জয় স্বৰ্গদেৱৰ জয়!" বুলি জয়ধ্বনি কৰিলে।

এই তিনিজন সেনাপতিক গুৱাপান দি এটাই ৰজাই চাৰুক মতাই নি ক'লে—"ভাই চাৰু! চাচোন মানে আমাক কি কৰিবলৈ এৰা নাই। আমাক ৰাজ্যৰ পৰা খেদিলে। আমাৰ ৰাজ্য ছাৰখাৰ কৰিলে। আমাৰ লৰা তিৰুতা মাৰিলে। আজি যেন

মানক ইয়াৰ উচিত প্ৰতিফল দিব পাৰ। আজি যেন মানৰ হাতৰ পৰা অসমৰ সিংহাসন কাঢ়ি লওঁ। আজি যেন আহোমৰ নাম ৰয়।” চাকৰে ক’লে—“স্বৰ্গদেৱ! আজিৰ যুঁজত মৰিমেই বা মাৰিমেই। হয় আজিয়েই আমাৰ ৰাজ্য ওলটাই কাঢ়ি লম, নহয় আজিৰ পৰাই আমাৰ আহোমৰ নাম নুমাওক,” এই দৰে কই তেওঁ ফৈদৰ ভিতৰলৈ আহিল। ইয়াৰ পিছতেই আহোমহঁতে ধনঞ্জয় ঢোল কোবাবলৈ ধৰিলে। এইদৰে ধনঞ্জয় ঢোল কোবোৱা হ’লত ৰজাৰ ওচৰৰ পৰা এজন বিখ্যাত ভাৰৰীয়া উঠি গৈ আহোম আৰু অসমীয়া সৈন্যক উছাহ দি গালে—

( ১ )

উঠা বীৰ সৱ উঠা কাচি পাৰি।
সমুখ ৰণত হোৱা শাৰী শাৰী॥
লোৱা অস্ত্ৰ তুলি যাৰ ভাগে যেনে।
বধাহে মানক আজিৰ ৰণে॥

( ২ )

তোমাৰ দেশক নিলে মানে কাঢ়ি।
তোমাৰ ভেটিত গজালে দুবৰি॥
তোমাৰ ৰজাক পেলালে খেদি।
লাগেনে আৰু বিলাই বিপতি?

( ৩ )

তোমাৰ কিনো নকৰিলে মানে ?
তোমাৰ শিশুক বধিলে প্ৰাণে ॥
তোমাৰ ভাইক পেলালে কাটি ।
তোমাৰ তিৰীৰ মাৰিলে জাতি ॥

( ৪ )

বীৰ যদি হোৱা তোমাসকলোৱে ।
লোৱা অস্ত্ৰ তুলি যাৰ ভাগে যেনে ॥
কৰাহে সইত দেৱতালৈ চাই ।
কাটিম মানক আজিৰ ৰণে ॥

( ৫ )

বধিম মানক সমুলঞ্চে আজি ।
নথওঁ নথওঁ নথওঁ মান ॥
থুকুচি থুকুচি কাটিম মান ।
তেবেসে জুৰাম তাপিত প্ৰাণ ॥

( ৬ )

ৰাক্ষস পিশাচ পাষণ্ড মান ।
কাটিম কাটিম কৰি খান খান ॥
গুচাম গুচাম দেশৰ বৈৰী ।
ৰাখিম কীৰিতি জগত জুৰি ॥

( ৭ )

জয় অসমীয়াৰ জয়
জয় স্বৰ্গদেৱৰ জয়
গোৱা বীৰসৱ সৱে বাহু মেলি।
কৰাহে সইত দেৱতালৈ চাই ॥
ৰাক্ষস পিশাচ পাষণ্ড মান।
কাটিম কাটিম কৰি খান খান ॥

ভাৰৰীয়াজনে এইদৰে উছাহ পদ গোৱা হ'লত সৈন্যবিলাকে একেমুখে—"জয় অসমীয়াৰ জয়!" "জয় স্বৰ্গদেৱৰ জয়!" এইদৰে জয়ধ্বনি কৰি সাজি কাচি ৰ'ল।

বেলি অলপ অলপ কৰি লাহ দিলে। চন্দ্ৰকান্ত ৰজাৰ ৰণুৱাহঁতে সাজি কাচি ৰৈ আছে; এনেতে পূব ফালৰ পৰা মূৰত ৰঙা আৰু হালধীয়া কাপোৰ মেৰাই অসংখ্য মান হাদিৰাৰ ফালে আহিবলৈ ধৰিলে। মানহঁতক অহা দেখি স্বৰ্গদেৱৰ ৰণুৱাবিলাকো হাতে হাতে অস্ত্ৰ লৈ যুঁজৰ নিমিত্তে সাজু হ'ল; মানহঁতেও হাদিৰালৈ আহি সমুখতে অসমীয়া ৰণুৱা দেখি যুঁজৰ শাৰী পাতিলে আৰু কিৰিলি মাৰি বাৰিষাৰ বৰষুণৰ দৰে অজস্ৰ কাঁড় মাৰিবলৈ ধৰিলে। অসমীয়া সৈন্যেও "জয় স্বৰ্গদেৱৰ জয়" এই বুলি জয়ধ্বনি কৰি কাঁড় মাৰিলে। চাই থাকোঁতে থাকোঁতেই মানৰে আৰু অসমীয়াৰে তুমুল যুঁজ লাগিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে দুইও সৈন্যৰ যুঁজ লাগোঁতেই নিজক আপদৰ পৰা আঁতৰত ৰাখিবলৈ মন কৰি ততাতৈয়াকৈ তেওঁৰ চৰা নাৱত

উঠিলগৈ আৰু নাও অলপ ভটিয়াই দি দূৰৈৰ পৰা যুঁজৰ শেষ ফললৈ বাট চাই ৰ'ল।

ইফালে দুইও সৈন্যৰ ঘোৰ যুঁজ চলিল। চাৰু সেনাপতিৰ আহোমবিলাকে একে একে দুটা বৰটোপ মাৰিলে। তাতে প্ৰায় হেজাৰ বাৰশ ৰণুৱা পৰিল। মানৰ শৰত অসমীয়াৰো হেজাৰ বাৰশ ৰণুৱা পৰিল। অসমীয়া ৰণুৱাই বৰটোপ মৰা দেখি মানহঁতে মনতে ভয় পাই আঁতৰৰ পৰা যুঁজ কৰি অসমীয়াক বলে নোৱাৰিব বুলি জানি সকলোৱে একেমত হৈ হাতত মুকলি তৰোৱাল লৈ খেদি আহি অসমীয়া ৰণুৱাৰ ওপৰত পৰিল। মানৰ সৈন্য পোন্ধৰ ষোল হেজাৰ; অসমীয়াৰ মুঠেই চাৰি হেজাৰ। এদণ্ডমান বেলি দুইও দলৰে ঘোৰ হতাহতি ৰণ হ'ল। অৱশেহত মানৰ সৰহ সৈন্যৰ আগত অসমীয়া সৈন্য ৰব নোৱাৰাত পৰিল। অসমীয়া সৈন্য অলপ চিৰিলি বিৰিলি হবলৈ ধৰিলে। মানহঁতে ইয়াকে দেখি উলাহমনে কিৰিলি মাৰি আকৌ ঘোৰ হতাহতি ৰণ কৰিলে। সেই বাৰৰ ৰণত আহোম সেনাপতি চাৰু পৰিল। চাৰুক পৰা দেখি আহোমবিলাক পলাবলৈ ধৰিলে। আহোমক পলোৱা দেখি কৃষ্ণৰামৰ ৰণুৱাহঁতেও পলাবৰ অভিপ্ৰায় কৰিলে। ইয়াকে দেখি কৃষ্ণৰামে ক'লে—"বীৰ সৱ! তোমালোক যদি পলোৱা তোমালোকৰ জীৱনক ধিক্! মানে তোমাৰ কিনো নকৰিলে ভাবি চোৱা। পলাবৰ সকাম নাই। পলাই তিৰুতাৰ দৰে মৰাতকৈ ৰণত মৰি বৈকুণ্ঠী হোৱা ভাল। যাৰ সাহ আছে সি যেন পিছ নোহোঁহকে। চা মই মৰিবলৈ ভয় নকৰোঁ" এই

বুলিয়েই কৃষ্ণৰাম আকৌ ঘোৰ ৰণত সোমাল। তেওঁৰ তেজোময় বাক্যত উৎসাহিত হৈ আকৌ গোটেইবিলাক ৰণুৱায়ে যুঁজৰ মুখে উলটিল।

ইফালে মিৰদোলা আৰু চৈতন্য সিংহৰ ফৈদত অপূৰ্ব্ব যুঁজ চলিল। মিৰদোলাৰ মচলমানহঁত আৰু চৈতন্য সিংহৰ শিখহঁত ৰণত মুঠেই পিছ ভৰি নহল। মচলমানহঁতে "আল্লা হু আকবৰ" বুলি ধ্বনি কৰি আৰু শিখহঁতে গুৰুনানকক স্মৰি মৰণত শৰণ দি মানহঁতে সৈতে হতাহতি যুঁজ কৰিলে। অসভ্য মানহঁতক থুকুচি থুকুচি কাটিলে; কৃষ্ণৰামেও চৈতন্য সিংহ আৰু মিৰদোলাৰ লগত লগ লাগি উলাহ মনেৰে মানক কাটিলে; এইদৰে চাৰিদাঁড় সময় তুমুল যুঁজ হ'ল। কিন্তু অসমীয়াৰ সৈন্যৰ সংখ্যা মানৰ সৈন্যৰ সংখ্যাৰ লগত তুলনাত নিচেই কম হোৱাত মানক পিছ হোঁহকাব নোৱাৰিলে। মানৰ সৈন্যৰ অস্ত্ৰৰ মুখত অসমীয়া সৈন্যৰ সংখ্যা ক্ৰমে কমি যাবলৈ ধৰিলে। অৱশেষত দুশমান মচলমান, তিনিশমান শিখ আৰু পাঁচশ মান কোচ আৰু কচাৰিত বাজে অসমীয়াৰ সৈন্য নোহোৱাত পৰিল। মানহঁতে ইয়াকে দেখি কিৰিলি মাৰি আকৌ যুঁজ আৰম্ভ কৰিলে। সেই বাৰৰ যুঁজত মচলমানৰ সেনাপতি মিৰদোলা পৰিল। মচলমানহঁতে তেওঁবিলাকৰ সেনাপতি পৰাতো যুঁজ নেৰিলে।

চৈতন্য সিংহ যুঁজি থাকোঁতে এবাৰ কৃষ্ণৰামক লগ পাই ক'লে —"ভাই! তেওঁবিলাক দুজনতো গলেই। আহাঁ আমিও অসমীয়া ৰজাৰ অৰ্থে প্ৰাণ উছৰ্গা কৰোঁ।" কৃষ্ণৰামে ক'লে—"এৰা বীৰ!

ৰজাৰ হকে আমাৰ যুঁজি মৰাই ভাল” এই বুলি দুইও বীৰে ওচৰা ওচৰি কৰি হাতত তৰোৱাল লৈ যুঁজিলে। পঞ্জাবী সকলে আৰু মচলমান কচাৰিবিলাকেও জীৱনৰ আশা এৰি মানৰ লগত যুঁজিলে। এইদৰে আকৌ দুদণ্ডমান বেলি হতাহতি ৰণ হ’ল। অৱশেহত অসমীয়া সৈন্যৰ সংখ্যা নিচেই তাকৰ পৰিল। চল্লিশ পঞ্চাশজনমান শিখ, ত্রিশ চল্লিশ জন মচলমান আৰু পঞ্চাশজন মান কচাৰিত বাজে অসমীয়াৰ সৈন্য নোহোৱা হ’ল। মানহঁতে দুইওজন সেনাপতিকে বেঢ়ি লৈ অস্ত্র চলাবলৈ ধৰিলে। অৱশেহত যুঁজত ভাগৰ লাগি কৃষ্ণৰাম অৱশ হ’ল। তেওঁৰ হাতৰ তৰোৱাল শুলকি পৰিল। চৈতন্য সিংহলৈ চাই ক’লে—“বীৰ মই আহিলোঁ।” চৈতন্য সিংহে (১) ক’লে—“ভাই যোৱাঁ। মইও যাব লাগিছোঁ” এই বুলি চৈতন্য সিংহ আকৌ যুঁজত সোমাল। কৃষ্ণৰামক মানহঁতে বেঢ়ি ধৰি অস্ত্র চলালে। কৃষ্ণৰাম লাহে লাহে অৱশ হ’ল। ঈশ্বৰক স্মৰি বীৰ কৃষ্ণৰামে অনন্ত কাললৈকে চকু মুদিলে।

ইফালে মানৰ যুঁজত বীৰ চৈতন্য সিংহ পৰিল। তেৱোঁ গুৰু নানকক স্মৰি অসমীয়া ৰজাৰ অৰ্থে প্ৰাণ এৰি বৈকুণ্ঠী হ’ল।

হাদিৰাৰ যুঁজত মানৰ জয় হ’ল। অসমীয়া ৰজাৰ সিংহাসন পোৱাৰ আশা একেবাৰে গ’ল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে চকুৰ লো টুকি টুকি নাও ভটিয়াই দিলে। মানহঁতে হাদিৰা চকিত কোঠ মাৰিলে।

# সপ্তদশ অধ্যায়

## অনাথ চৌধাৰীৰ ঘৰত

নিশা হ'লত শান্তিৰাম ভকতে অনাথ চৌধাৰীয়ে সৈতে আলচ যুগুতি কৰি মানুহ দুনুহ লৈ আকৌ মইনবৰিলৈ আহিল। হুলকান্ত বৰুৱাক অসঁজাতি ভাবি শান্তিৰামে তেওঁক কই মেলি এৰি থলে। লগত নানিলে। হলকান্ত বৰুৱাইও পুতেকৰ বেমাৰ টান দেখি চণ্ডী বৰুৱাক তেওঁ প্ৰতিজ্ঞা কৰা মতে উদ্ধাৰ কৰিবলৈ আহিবলৈ বৰকৈ কেৰ ঝেৰ নকৰিলে। শান্তিৰাম ভকতে মইনবৰি আহি পাই তাত এটিও মানুহ নেপালে; কেৱল ঠায়ে ঠায়ে হতভগীয়া বন্দীবিলাকৰ শৰবিলাক আৰু হাড়মূৰবিলাকহে লগ পালে। তেওঁ জানিলে মানহঁত হাদিবাৰ যুঁজলৈ গ'ল আৰু বন্দীবিলাকক সিহঁতে যোৱাৰ আগেয়ে নাশ কৰিলে। তেওঁ এইবিলাক দেখি শুনি ৰাতি পুৱালত আকৌ কনৰা গাৱঁলৈ উলটি আহিল।

ইফালে ৰোগীৰ ওচৰৰ পলাই খোটালিলৈ আহি বাপেক জীয়েক দুইও গলত ধৰাধৰি কৰি কান্দি কাটি উঠি হলকান্তই সুধিলে—"আইদেউ! মাৰ ক'ত? তই এইখিনি কেনেকৈ পালিহি?" বাপেকৰ এই কথাত তিলোত্তমাই ক'লে—"দেউতা! আপুনি আমাক এৰিথৈ যাবৰ তিনি দিনৰ দিনা ভাটি বেলীয়া

ককাইদেউৱে সৈন্য আনোগৈ বুলি গাৱঁলৈ গ'ল। সৈন্য কোচাওঁতে মিলাওঁতে তেওঁৰ ৰাতি হোৱাত তেওঁ ঘৰলৈ উলটি আহিব নোৱাৰিলে। ইফালে গধূলি আমি খাই বই উঠাৰ পিছত খবৰ পালোঁ যে অলেখ অসংখ্য মান আহিছে। গাৱঁৰ এটাই বিলাক মানুহেই ঘৰ দুৱাৰ এৰি বৰপেটাৰ ফালে পলাবলৈ ধৰিলে। আইয়েও শেহত একো উপায় নেদেখি মোক হাতত ধৰি বৰপেটাৰ ফাললৈকে আহিল। বৰপেটা পাই আমি কৃষ্ণৰাম কলিতাৰ ঘৰত ৰলোঁ। তাতে আপোনালৈ আৰু ককাইদেউলৈ শোক কৰি কান্দি-কাটি থাকোঁতেই বৰপেটা পাবৰ পিছদিনাই আইৰ জ্বৰ উঠে। সেই জ্বৰত আইয়ে পাঁচ দিন কষ্ট খাই আই বৈকুণ্ঠী হ'ল।" এই বুলিয়েই তিলোত্তমাই কান্দিবলৈ ধৰিলে। জীয়েকৰ মুখে এই কথা শুনি হলকান্ত বৰুৱা শোকতে মূৰ্চ্ছিত হৈ পৰিল। জীয়েকে হাইঐ-বিয়ৌ কৰি কাপোৰৰ আঁচলেৰে বিচিবলৈ ধৰিলে। ভালেখিনি পৰৰ মূৰত তেওঁ সৰ্থিল। সৰ্থি উঠিই কান্দি কান্দি খেদ কৰিলে— "হায় বিধতা! মই পাপীক আগেয়ে মাৰি নিনিলা কেলেই? হায় বিধতা! মোৰ পাপতে মোৰ তিৰুতাই মোক এৰি গ'ল।" এই বুলিই হলকান্তই আকৌ কান্দিবলৈ ধৰিলে। তেওঁৰ আৰু তিলোত্তমাৰ কান্দন শুনি অনাথ চৌধাৰীয়ে আহি সেই খোটালি সোমাই হলকান্ত বৰুৱাক সাবোট মাৰি ধৰি কবলৈ ধৰিলে— "বৰুৱাদেৱ! আপুনি জনা বুজা মানুহ। পুতেকৰ প্ৰকোপিত জ্বৰ। এই সময়ত আপুনি জীয়েকে সৈতে কন্দা কটা জানো

ভাল। যোৱা জনতো গলেই। কান্দিলেতো আৰু উলটি নাহে। শোক সামৰক।” হলকান্তই কান্দি কান্দি ক’লে—“চৌধাৰী দেৱ! মই পাহৰিব দেখোন নোৱাৰোঁ। হায় মই পাপীৰ কুকৰ্ম্মতে মোৰ তিৰুতাই মোক অসময়তে এৰি গ’ল।” অনাথ চৌধাৰীয়ে ক’লে—“বৰুৱাদেৱ! ধৈৰ্য্য ধৰক। সুকৰ্ম্ম কুকৰ্ম্ম সকলো সেই নজনা জনায়ে কৰায়। আপুনি শোক এৰক পুতেকৰ অৰ্থে যত্ন কৰক।” অনাথ চৌধাৰীৰ সান্ত্বনা-বাক্যত হলকান্ত অলপ সুস্থিৰ হৈ ক’লে—“চৌধাৰী দেৱ! আপুনি মোৰ কোনোবা জনমৰ মিতিৰ আছিল। মই নিজেই অস্থিৰ হলোঁ। লৰা-ছোৱালী হালকে আপোনাক সপিলোঁ।” অনাথ চৌধাৰীয়ে ক’লে—“আপুনি ব্যাকুল নহব। এই আইদেউ আৰু বোপা-দেউৰ ভালৰ অৰ্থে মই সাধ্যমতে যত্ন কৰিম।” হলকান্ত—“বাৰু চৌধাৰী! এটা কথা সোধোঁ। আপুনিনো এই আইটিক কেনেকৈ পালে কওকচোন।” অনাথ চৌধাৰীয়ে ক’লে—“মই বৰপেটালৈ আজি আঠদিনমান হ’ল এটা সকামত গৈছিলোঁ। তাতে মই কৃষ্ণৰাম চৌধাৰীৰ ঘৰত থাকোঁ। তাতে দেখোঁ যে আপোনাৰ এই আইটীয়ে কান্দি-কাটি থাকে। ভাতপানী নাখায় মাক মৰাৰ শোকতে। মোক চৌধাৰীণীয়ে ক’লে—“এই আইটি! বৰপেটাত থাকিব নোখোজে। পাৰিলে বাপেক ককায়েকক বিচাৰি যাব খোজে। বপা! এই ছোৱালীজনীক মই ৰাখিব নোৱাৰোঁ। যি ঠাইখিনিত মাক মৰিছিল তালৈ চাই চাই কান্দে। সেই দেখি, বপা! এই ছোৱালীজনী তুমি লৈ যোৱা।” মইও

তেওঁৰ কথাতে আইটীক লৈ আহিছোঁ। ঈশ্বৰৰ কৃপাত আপোনা-লোককো পালোঁ। এতিয়া সকলো ভাল হৈছে। আপুনি আপোনাৰ পত্নীলৈ শোক এৰক। তেওঁ বৰ ভাগ্যৱতী আছিল সেই দেখিহে শাঁখে-সেন্দুৰে গ'ল। এতিয়া আপুনি মোৰ ঘৰতে থাকি তেওঁৰ শ্ৰাদ্ধাদি কৰক। মই সকলো যোগাৰ কৰি দিম।" দয়ালু, পৰোপকাৰী, অনাথ চৌধাৰীৰ এইবিলাক কথা শুনি হলকান্তই ক'লে—"মই আপোনাৰ ধাৰ ইহ জনমত সুজিব নোৱাৰিম।" এই দৰে কথা-বতৰা কৈ অনাথ চৌধাৰীয়ে হলকান্ত বৰুৱাক সেই খোটালিতে বহুৱাই থৈ ৰোগীৰ ওচৰলৈ আহিল। আৰু বেজে সৈতে আলচ কৰি লক্ষ্মীকান্তক শুশ্ৰূষা কৰিবৰ নিমিত্তে পমীলা মনোমতী দুইওকো পাচিলে।

# অষ্টাদশ অধ্যায়

## মানৰ শেষ কাল

হাদিৰাত কোঠ মাৰি অসভ্য মানহঁত তাতে এমাহ মান ৰ'ল আৰু সিহঁতে আজি কালি কৰি ওচৰৰ গাওঁভূই বিলাক লুটপাট কৰি, মানুহ দুনুহ মাৰি দেশ উপান্ত কৰিলে। সিহঁতৰ অত্যাচাৰত হাদিৰা চকিৰ পৰা ইফালে সাৰগাৱঁলৈকে মানুহ নোহোৱা হ'ল। সকলোবিলাক প্ৰজা ভাগি কোম্পানীৰ ৰাজ্যৰ ভিতৰত সোমালগৈ।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে হাদিৰাৰ পৰা নাৱেৰে খেৱা দি গোৱালপাৰা পালেগৈ। তাতে আকৌ চাৰি পাঁচ দিন থাকি ডেভিড্‌চন্‌ চাহাবক লগ ধৰি নিজৰ দুখৰ বৃত্তান্তবিলাক ক'লে। ডেভিড্‌চন্‌ চাহাবে সেইবাৰো ওপৰৰ পৰা একো আদেশ আহি নোপোৱা দেখি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক সহায় কৰিবলৈ আগবাঢ়িব নোৱাৰিলে। নিৰাশ মনেৰে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে নাৱেৰে ভটিয়াই চিলমাৰিলৈ গ'ল।

হাদিৰাৰ চকিত আৰু দক্ষিণ পাৰতো মানৰ অত্যাচাৰ দিনক দিনে বাঢ়িবলৈ ধৰিলে। সিহঁতে আজি কালি কৰি কোম্পানীৰ ৰাজ্যৰ ভিতৰত উপদ্ৰৱ কৰিবলৈ ধৰিলে। কোম্পানিৰ ৰাজ্যৰ মানুহবিলাকে পলাই গৈ গোৱালপাৰাত ডেভিড্‌চন্‌ চাহাবৰ

আগত মানে কোম্পানীৰ ৰাজ্যৰ ভিতৰত কৰা উপদ্ৰৱৰ কথা জনালে।, কোম্পানীৰ ৰাজ্যৰ ভিতৰত মানৰ উপদ্ৰৱ, এই কথা শুনি ডেভিড্‌চন্‌ চাহাব এইবাৰ মনে মনে থাকিব নোৱাৰিলে। মানৰ অত্যাচাৰবিলাকৰ কথা লিখি ডেভিড্‌চন্‌ চাহাবে ৰংপুৰৰ স্কট চাহাবলৈ চিঠি পঠালে। সেই চিঠিত সহায় খুজি লিখিলে। ডেভিড্‌চন্‌ চাহাবৰ চিঠি পাই স্কট চাহাবে তৎক্ষণাৎ কিছুমান সৈন্য দি ৰিচাৰ্ডচন্‌ আৰু মেকমৰাণ্‌ চাহাবক পঠালে। সিফালে সেই সময়তে শ্ৰীহট্টৰ ফালৰ পৰাও মান খেদিবলৈ কোম্পানী বাহাদুৰৰ আদেশ হ'ল। এইবাৰ বৃটিছৰে আৰু মানৰে ৰণ আৰম্ভ হ'ল। এইবাৰ শুই থকা সিংহ মানৰ ওপৰত গৰ্জ্জি উঠিল।

# উনবিংশ অধ্যায়

## লক্ষ্মীকান্ত বৰুৱা

অনাথ চৌধাৰীয়ে এইদৰে লক্ষ্মীকান্তৰ প্ৰতিপাল আৰু শুশ্ৰূষাৰ ঠিক্‌ঠাক্ কৰি আৰু হলকান্ত বৰুৱাক বঢ়াই-বুজাই খুৱাই সুকীয়াকৈএটা খোটালিত শুৱাই থৈ তেৱোঁ নিশা হ'লত নিশ্চিন্ত মনে শুলেগৈ। তেওঁৰ আদেশমতে পমীলা, মনোমতী, তিলোত্তমা, দুটা মানুহ আৰু কবিৰাজ জনাও লক্ষ্মীকান্তৰ ওচৰত বহি থাকিল। আৰু মাজে মাজে তেওঁৰ মুখত ঔষধ আৰু অলপ অলপ কোৱাঠৰ পানী দিলে। কবিৰাজৰ আদেশ মতে মানুহ দুটাই পাল-বদল কৰি তেওঁৰ হাতভৰি পিহিলে। প্ৰবল জ্বৰৰ প্ৰকোপত লক্ষ্মীকান্তই মাজে মাজে ভ্ৰম কোবালে। তেওঁ এবাৰ ক'লে—"মিঙ্গিমাহা পিশাচ! অধম!" এবাৰ ক'লে "হায়! মানৰ তিৰুতা হ'ল।" ডেকা বৰুৱাৰ এইবিলাক প্ৰলাপত মনোমতীয়ে তললৈ মূৰ কৰি কেৰে নজনাকৈ চকুৰ পানী টুকিলে। এইদৰে ওৰে নিশা প্ৰকোপিত জ্বৰত ভুগি ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে লক্ষ্মীকান্তই অলপ সকাহ্ পালে। বেজৰ ঔষধৰ বলত তেওঁৰ গাটো পুৱঁতী নিশাৰ সময়ত জুৰ জুৰ কৰি ঘামিল। ডেকা বৰুৱা নিধাল খাই পৰিল। বেজে ৰোগীৰ অৱস্থা ভাল দেখি মনত সন্তোষ দেখুৱাই গাভৰু তিনি জনাক

ক'লে—"আইদেউসকল ! তোমালোক এতিয়া যোৱাঁ। ৰোগীৰ জ্বৰ এৰিছে। তেওঁ কিছুমান পৰ পৰি থাকিব। তোমালোকে গৈ ৰোগীৰ পথ্যৰ ব্যৱস্থা কৰাঁ।" বেজৰ এই কথাত গাভৰু তিনিজনাই ৰোগীৰ ওচৰৰ পৰা উঠি গৈ মুখহাত ধুই ৰোগীৰ নিমিত্তে আখৈ ভাজিলে; মন্দ পগালে। এনেতে অনাথ চৌধাৰীও উঠিল। ৰঙা ৰদ উঠাত সিফালৰ মইনৰবিৰ পৰা শান্তিৰাম ভকতো আহি পালে। তেওঁ আহিয়েই পোনেই অনাথ চৌধাৰীকে গৈ লগ ধৰিলে। অনাথ চৌধাৰীয়ে সুধিলে—"আতৈ ! চণ্ডী বৰুৱাক আনিলেনে ?" শান্তিৰাম—"বাপ্ ! চণ্ডী বৰুৱাক নাপালোঁ।" অনাথ চৌধাৰী—"কিয় ? কাৰণ কি ?" শান্তিৰাম—"বাপ্ ! মানহঁতে মইনবৰিতে হেনো সকলো-বিলাক বন্দীকে কাটি-ছিঙি নাশ কৰি হাদিৰালৈ গৈছে। মোৰ বিশ্বাস সিহঁতে চণ্ডী বৰুৱাকো কাটিলে।" শান্তিৰাম ভকতৰ মুখে এই কথা শুনি অনাথ চৌধাৰীয়ে চণ্ডী বৰুৱাৰ নিমিত্তে শোক কৰিবলৈ ধৰিলে; এনেতে সিখোটালিৰ পৰা হলকান্ত বৰুৱাও আহি শান্তিৰামৰ মুখে চণ্ডী বৰুৱাৰ মৃত্যুৰ বাতৰি পাই নিজকে সকলো অনৰ্থৰে মূল বিবেচনা কৰি চণ্ডী বৰুৱাৰ নিমিত্তে শোক কৰিলে। সিফালে পমীলা, মনোমতী, তিলোত্তমা তিনিও ৰোগীক অলপ পথ্য খুৱাই গা ধুই জলপান কৰিলে। শান্তিৰামেও অনাথ চৌধাৰীৰ আদেশ মতে গা ধুই গুৰুসেৱা কৰি অলপ জলপান খাবলৈ গোঁসাই-ঘৰলৈ গ'ল। এনেতে পমীলা ভিতৰৰ পৰা ওলাই আহি শান্তিৰাম ভকতৰ ওচৰ চাপি

সুধিলে—“আতৈ ? দেউতা আহিছেনে ?” শান্তিৰামে হাতেৰে ইঙ্গিত কৰি পমীলাক অলপ পৰ মনে মনে থাকিবলৈ কৈ জলপান কেইটা খাই মুখ ধুলে ; এনেতে ভিতৰৰ পৰা মনোমতীও ওলাই আহি শান্তিৰামক সুধিলে—“আতৈ ! আতৈ ! কওঁকচোন দেউতা আহিছেনে ?” শান্তিৰাম—“আইদেউ ! অধীৰ নহবচোন ! সকলো কথা কম।” মনোমতী—“নহয় আতৈ ! কওকচোন আমাৰ দেউতা ক’ত ?” শান্তিৰাম—“আইদেউ ! অথিৰ নহব। মই গৈ মইনবৰিত মানক নেপালোঁ। সিহঁত হেনো হাদিৰালৈ গ’ল। দেউতাকো তালৈকে লৈ গ’ল হবলা।” মনোমতী—“আতৈ ! মানহঁতে ইবিলাক বন্দীকো লৈ গৈছেনে ?” শান্তিৰাম—“মানহঁতে হেনো বন্দীবিলাকক কাটি-মাৰি নাশ কৰি গৈছে।” শান্তিৰামৰ এই কথা শুনি মনোমতী অচেতন হৈ পৰিল। তেওঁৰ বাপেক-মাক সৰুতে মৰাৰ নিমিত্তে তেওঁ চণ্ডী বৰুৱাকে নিজৰ পিতৃৰ দৰে দেখিছিল আৰু ভক্তি কৰিছিল। এতিয়া তেওঁৰ সেই আশ্ৰয়দাতাৰ অশুভ সম্বাদ শুনি তেওঁ শোকতে মূৰ্চ্ছিত হৈ পৰিল। পমীলাইও উচপি উচপি কান্দিবলৈ ধৰিলে। মনোমতীক মূচ্‌কচ্‌ গৈ পৰি যোৱা শুনি সিফালৰ পৰা তিলোত্তমা ওলাই আহি মনোমতীক বিছিবলৈ ধৰিলে। তেওঁবিলাকৰ যত্নত মনোমতী সুস্থিৰ হৈ বিনালে—“আই ঔ মোৰ দেউতা ঔ। তই কলৈ গলি ঔ।” মনোমতীৰ এই আৰাও আৰু বিননিত সকলোৱেই কান্দিলে। হলকান্ত বৰুৱাই এটাইতকৈ বেছি কৰি কান্দিলে। শোকে তেওঁৰ হৃদয়ক খুন্দিয়াবলৈ ধৰিলে। অনাথ

চৌধাৰীৰ ঘৰৰ ঘৰোৱাহেই কান্দিলে। মনোমতীক পমীলা আৰু তিলোত্তমাই বুজাবলৈ ধৰিলে। এইদৰে দুখে-সুখে সেই দিনটোও বন্দীসকলৰ অনাথ চৌধাৰীৰ ঘৰতে গ'ল। হলকান্ত বৰুৱাই ঘৈণীয়েকৰ শৰাধৰ ব্ৰত ধৰিলে।

ছয় সাত দিনৰ মূৰত লক্ষ্মীকান্ত বৰুৱা ভাল হ'ল। তেৱোঁ মাকৰ শ্ৰাদ্ধৰ ব্ৰত ধৰিলে। এইদৰে এমাহৰ মূৰত লক্ষ্মীকান্তই অনাথ চৌধাৰীৰ ঘৰতে ব্ৰত ধৰি মাকৰ শৰাধ কৰি শুচি হ'ল।

ঘৈণীয়েকৰ শৰাধ কৰি হলকান্ত বৰুৱাই সকলোকে তাতে এৰি অনাথ চৌধাৰীক তেওঁৰ ঘৰৰ পৰা যাবলৈ বিদায় খুজিলে। আৰু জীয়েক পুতেক সকলোকে আশীৰ্ব্বাদ কৰি অনাথ চৌধাৰীৰ ঘৰ এৰি হলকান্ত বৰুৱাই পচিম উত্তৰ মুখেদি গৈ চাউলখোৱা নৈ পাৰ হৈ ৰূপসী মৌজাৰ অগাধ অৰণ্যত প্ৰবেশ কৰিলে।

# বিংশ অধ্যায়

## মান ভগুনি

এইবাৰ দুৰ্ব্বল অসমীয়া জাতিৰ করুণ আৰাও ঈশ্বৰে যেন কাণ পাতিহে শুনিলে। নিচলা অসমীয়া জাতিক উদ্ধাৰ কৰিবলৈ করুণাময় পৰমেশ্বৰে এইবাৰ তেওঁৰ অনুগৃহীত বৃটিশ সিংহৰ হৃদয়ত খুন্দিয়ালে। বহু দুখ যাতনাৰ শেষত পিশাচ মানৰ হাতৰ পৰা অসমীয়া জাতিৰ উদ্ধাৰৰ আয়োজন হ'ল।

ডেভিড্‌চন্ ছাহাবে মুঠেই পাঁচশ সৈন্য লৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ বিজনীৰে পৰা মানহঁতক বন্দুকৰ গুলিৰে জাকে জাকে বগৰাই খেদিবলৈ ধৰিলে। এইবাৰ মানে বুজিলে যে সিহঁততকৈও পৃথিবীত বিক্ৰমশালী জাতি আছে। ইংৰাজৰ লগত মানহঁতে মাজে মাজে অলপ অচৰপ লুকুৱা-লুকি কৰি হতাহতি যুঁজ কৰিলে; কিন্তু সুশিক্ষিত ইংৰাজ সৈন্যৰ আগত ঠাৱৰিব নোৱাৰি যেয়ে যিপিনেদি পালে ফঁৰিং ওফৰা দি উফৰি পলাবলৈ ধৰিলে। সিহঁতে চিৰিলি-বিৰিলি হৈ পলাওঁতেই সমুখতে যাক য'তে পালে তাকে ত'তে কাটি মাৰি উজাবলৈ ধৰিলে। সিহঁত যি যি পিনেদি গ'ল সেই সেই পিনেদি গাওঁভূঁই বিলাকত জুই লগাই লগাই গ'ল। কামৰূপীয়া মানুহেও এইবাৰ চেগ্ বুজি ঠায়ে ঠায়ে লগ লাগি মানক হোলোঙা-বাৰিৰে পহু টঙনিওৱা দি টঙনিয়াবলৈ ধৰিলে। এইদৰে গোটাইখন দেশত আকৌ মহা হুলস্থুল লাগি পৰিল।

ডেভিড্‌চন্‌ ছাহাবে উত্তৰ পাৰেদি, ৰিচাৰ্ডচন্‌ ছাহাবে দক্ষিণ পাৰেদি আৰু মেকমৰাণ্‌ ছাহাবে ব্ৰহ্মপুত্ৰই দি মানক পিচে পিচে খেদিলে।

হলকান্ত বৰুৱাই সেই দিন অনাথ চৌধাৰীৰ ঘৰৰ পৰা ওলাই নদী পাৰ হৈ ৰূপসী মৌজাৰ জৈনা গাৱঁত আহি এঘৰ মানুহৰ তাত আশ্ৰয় লৈছিল। পাছ দিনা ৰাতি পুৱা তেওঁ সেই গাৱঁৰ কুড়ি পঁচিশজন মানুহে সৈতে কথা বতৰা পাতি আছিল; এনেতে সিফালৰ পৰা কুৰিজন পলৰীয়া মান আহি সেই গাৱঁত সোমাল। মান অহা বুজি পায়েই গাৱঁৰ লৰা তিৰুতা এটাইবিলাকেই ঘৰ-তুৱাৰ এৰি বৰপেটাৰ ফাললৈ লৰ ধৰিলে। হলকান্ত বৰুৱাই মুঠতে কুৰিজন মান দেখি গাৱঁৰ মানুহবিলাকক উছাই দি ক'লে—“ভাইহঁত! মুঠেই কুৰিটা মান। আমাৰ ইমান সৰহ মানুহ থাকোঁতে কুৰিটা মানৰ ভয়ত কেলেই পলাব লাগিছে। লৰা তিৰুতাবিলাক গ'ল ভালেই হ'ল। আমি মতাবিলাকে লগ লাগি ইহঁতক এটাও নোহোৱা কৰি মৰিয়াই মাৰোঁহক আহ”, এই বুলি গাৱঁলীয়া মানুহবিলাকক লগ কৰি লৈ গৈ হোলোঙা বাৰিৰেই সেই কুৰিটা মানৰ আঠাৰটাক মৰিয়াই মৰালে। নিজ হাতে তুটা মান মাৰিলে। বাকী তুটা মান পলাই গ'ল। মানহঁতক মৰাই উঠিয়েই তেওঁ গাৱঁৰ সমস্ত মানুহকে লগ কৰি লৈ বৰপেটাৰ ফালে আহিল। তেওঁ সেই মানুহবিলাকক আগবঢ়াই দি অলপ পিছ পৰি বাট হেৰুৱাই হাবিৰ মাজতে ৰ'ল। ইবিলাক মানুহে ভাটিবেলীয়া গৈ বৰপেটা পালে।

পলাই যোৱা সেই মানুহহতটাই গৈ ডেভিড্‌চন্ ছাহাবৰ আগে আগে পলাই অহা মানজাকক মইনবৰিতে লগ পাই সিহঁতৰ অসমীয়া মানুহৰ হাতত বিলই-বিপত্তিৰ কথা ক'লে। "আঠাৰটা মান অসমীয়া মানুহে মাৰিলে", এই কথা শুনি সকলোবিলাক মানেই বলিয়া কুকুৰৰ দৰে জকি উঠিল। আৰু সিহঁতৰ সেই একেলগে থকা বাৰশ মান দুজাক হৈ এজাক চাউলখোৱা পাৰ হৈ জৈনা চাপৰিৰ ফালেদি বৰপেটালৈ আহিবলৈ ধৰিলে। এজাক ব্ৰহ্মপুত্ৰৰ দাতিৰে কনৰা গাৱেঁদি আহিবলৈ ধৰিলে।

মান কনৰা গাওঁ আহি পোৱাৰ আগেয়ে গাৱঁৰ মানুহবিলাকে সেই কথা বুজি পালে। সকলোৱে লৰি গৈ অনাথ চৌধাৰীক জনালে। অনাথ চৌধাৰীয়েও সেই কথা শুনি মানৰ উপদ্ৰৱৰ পৰা লৰা তিৰুতাক সৰুৱাবলৈ মন কৰি ততালিকে দোলা আৰু পাল্কীৰে তিৰুতাবিলাকক লৈ আৰু নিজে হাতী বন্ধাই শান্তিৰাম ভকত আৰু লক্ষ্মীকান্ত ডেকা বৰুৱাক লগত লৈ বৰপেটাৰ ফালে খোজ ললে। গাৱঁৰ আন আন মানুহেও লৰা তিৰুতা লৈ ঘৰৰ য'ৰে বস্তু ত'তে পেলাই থৈ অনাথ চৌধাৰীৰ পাছে পাছে বৰপেটালৈ লৰ ধৰিলে; আৰু গধূলি হোৱাৰ অলপ আগখিনিতে বৰপেটা পাই তেওঁ সপৰিবাৰে তেওঁৰ ভালে দিনৰ চিনাকি বন্ধু বদন চৌধাৰীৰ ঘৰত আশ্ৰয় ললে। গাৱঁৰ আন আন মানুহেও যেয়ে য'তে পালে সেয়ে ত'তে এমুঠি এমুঠি খাই পৰি থাকিল।

# একবিংশ অধ্যায়

## এটি সপোন

কনৰা, জৈনা চাপৰি ইত্যাদি গাৱঁৰ মানুহবিলাক ভাগি বৰপেটাত গৈ আশ্ৰয় লোৱাৰ পিছদিনা ৰাতি পুৱাই বৰপেটাৰ কেৱলীয়াহাটীৰ দুই চাৰিজনকৈ ভকতে হাত-মুখ ধুই গা-পা তিয়াই তেওঁবিলাকৰ নিত নিয়ম অনুসৰি বৰপেটাৰ কীৰ্ত্তন ঘৰলৈ গ'ল। তাত গৈ অলপ বেলি হোৱাত গোটেইবিলাক কেৱলীয়ায়েই কীৰ্ত্তন ঘৰত থুপ খাই ৺শঙ্কৰ দেৱৰ থানৰ চাৰি-উফালে গাইপতি একোডুখৰি কঠ লৈ ৰহিল। সত্ৰীয়াই এখন কঠত খুটা এটাত আওজি বহিল। এই দৰে সকলোৰে নিয়ম মতে আসন লোৱা হ'লত প্ৰসঙ্গ আৰম্ভ হ'ল। তালীয়ে তাল বজালে; চকু বুজি বুজি ভকত সকলে ঈশ্বৰৰ নাম ললে। তাৰ পিছত চাপৰি বজাই বজাই নাম গালে। এই দৰে প্ৰসঙ্গ হোৱাৰ পিছত এজন ভাগতী বাপুৱে ভাগৱত পঢ়িলে। তাৰ পিছতে আৰু এজনে গীতা পঢ়িলে। এই দৰে ভকত সকলে তেওঁবিলাকৰ প্ৰাতঃক্ৰিয়া সমাপন কৰি সকলোৱেই সত্ৰীয়াক মাজত লৈ জুম পাতি ৺মহাপুৰুষ গুৰুৰ মঠৰ আগত বহিলগৈ। তাতে ভকত সকলে নানা তৰহৰ মেল পাতিলে। দেশৰ ভাল-বেয়াৰ

বিষয়ে আলোচনা হ'ল। কোনে ক'ত কীৰ্ত্তন ঘৰৰ ধন খালে, কোনে ক'ত অপকৰ্ম্ম কৰিলে এইবিলাক বিচাৰ হবলৈ ধৰিলে। এই দৰে অনেক কথাবতৰা হোৱাৰ পিছত কমল আতৈ নামেৰে এজন ভকতে সত্ৰীয়াক কলে—"বাপ! এটা কথা নিবেদন কৰিব খোজোঁ।" সত্ৰীয়াই কলে—"কি কথা, কমল ?"

পাঠক! এই খিনিতে আমি কমল আতৈৰ আগগুৰি চিনাকি দিওঁ। কমল আতৈ হেনো নামবৰভাগৰ মানুহ আছিল। তেওঁ কোন গাৱঁত উপজিছিল, তেওঁৰ মাক বাপেকৰ কি নাম আছিল সেই বিষয়ে আমি একো নেজানো। মুঠতে আমি এইটো জানো যে তেওঁ নামবৰভাগ মৌজাৰ কোনো এক গাৱঁৰ মানুহ আছিল। তেওঁ সৰুৰে পৰা হেনো বৰ মৰমিয়াল চিত্তৰ আৰু চিন্তাশীল বিধৰ লোক আছিল। তেওঁ সদায় ন্যায় আৰু নিষ্ঠাত চলিছিল। সৰুতে তেওঁ কিছুমান দিন মাছ-মাংস খাইছিল। এদিন তেওঁৰ লগৰ লৰা এজনে তেওঁৰ আগতে বাটলু গুটিৰে এটা মতা কপৌ চৰাই মৰাত মাইকীজনীয়ে দিনৰ দিনটো একো আহাৰ নোখোৱাকৈ আৰাৱ কৰি উৰি ফুৰা দেখি হেনো তেওঁৰ মনত বৰ শোক হ'ল আৰু মাংস খালে যে মানুহ কেনে নিমৰমিয়াল হৈ জীৱহত্যা কৰে এই কথা ভাবি তেওঁ সেই দিনাৰে পৰা মাংস ত্যাগ কৰিছিল। যৌৱনৰ লগে লগে কমল আতৈৰ চিন্তাও বেচি হবলৈ ধৰিলে। অনেক গমিভাবি তেওঁ বুজিলে গৃহস্থী কৰাটো বৰ জঞ্জাল। সেই দেখি তেওঁলৈ মাক-বাপেকে ছোৱালী

খোজাৰ অলপ আগখিনিতেই তেওঁ এনিশা মাক-বাপেক শুই থাকোঁতে একেখন চুৰীয়াৰে সৈতে ঘৰৰ পৰা ওলাই পলাল আৰু বৰপেটালৈ আহি মহাপুৰুষীয়া ধৰ্ম্ম লৈ তেওঁৰ তাপিত প্ৰাণক শীতল কৰি বৰপেটা সত্ৰৰ এজন কেৱলীয়া ভকত হৈ ৰ'ল।

কমল আতৈৰ চৰিত্ৰও হেনো অতি নিৰ্ম্মল আছিল। সোণত মলি থাকিলেও কমল আতৈৰ চৰিত্ৰত মলি নাছিল। তেওঁ মানুহটোও সৰল চিত্তৰ আছিল আৰু এই বিলাক কাৰণে সত্ৰীয়াই আৰু ভকত সকলে তেওঁক বৰ মৰম কৰিছিল। সদ্‌-গুৰুৰ উপদেশত তেওঁ অতি কম বয়সৰে পৰা ( নিজে একো লিখাপঢ়া নাজানিলেও ) ধৰ্ম্মৰ গুঢ় তত্ত্ববিলাক চিকণকৈ বুজিছিল।

সত্ৰীয়াৰ আদেশ পাই কমল আতৈয়ে কলে—

"বাপ! আজি নিশা পুৱাওঁ পুৱাওঁ হওঁতে মই এটা সপোন দেখিলোঁ। মই দেখিলোঁ যেন ওপৰৰ স্বৰগত দুটা সূৰ্য্য আছে এটা যেন পূবৰ ফালে ওলাইছে আৰু এটা যেন মাৰ যাওঁ যাওঁ হবলৈ ধৰিছে। মাৰ যাবলৈ ধৰা সূৰ্য্যটোৰ এনেহে তাপ যেন সেই তাপতে আমাৰ গোটেইখন বৰপেটাতে জুই লাগি গৈছে। চাই থাকোঁতে চাই থাকোঁতে যেন পচিমৰ সূৰ্য্যটো মাৰ গ'ল। বৰপেটাও যেন পুৰি এটালে। তাৰ পিছত যেন পূবৰ সূৰ্য্যটো লাহে লাহে জ্বলিবলৈ ধৰিলে আৰু অৱশেহত ফটফটিয়াকৈ জ্বলি উঠিল। কীৰ্ত্তন ঘৰটোত যেন পচিমৰ সূৰ্য্যটো যাবলৈ ধৰোঁতে জুই লাগিল। দিনতে যেন কাউৰী শগুনে আৱাৰ কৰিলে।

মোৰ প্ৰভু ক’লীয়া ঠাকুৰে যেন মূৰত ম’ৰাৰ চূড়া, হাতত মোহন মুৰুলী, কটিত পীতবস্ত্ৰ আৰু পাৰত নেপুৰ পিন্ধি ছয় সাত বছৰীয়া লৰা এটাৰ দৰে কীৰ্ত্তন ঘৰৰ পৰা ওলাই আহিছে। আৰু হালিজুলি যেন পচিমৰ ফালে যাবলৈ ধৰিলে। এনেতে মই যেন তেওঁক বাটত লগ পাই সুধিলোঁ—“মোৰ প্ৰভু! তুমিনো কলৈ যোৱা। আমাক নো এৰি যোৱানে?” মোৰ প্ৰভুৱে যেন কলে—“ককাই! মই ইয়াৰ গড়ালত বান্ধ খাই থাকি ভাল নালাগি অলপ পৰ বাহিৰলৈ ফুৰিবলৈ ওলাই আহিছোঁ আৰু মই এইবাৰ কেইটামান দিনলৈ উলটি নাহোঁ।” এই কথাৰ পিছতে মই সাৰ পালোঁ। বাপ! কওকচোন সঁচাকৈয়ে মোৰ কলীয়া ঠাকুৰে আমাৰ এই থান এৰিলে নে কি?” এইবুলি কমল আতৈয়ে চকু চলচলীয়া কৰিলে।

কমল আতৈৰ এই সপোনৰ কথা এটাইবিলাক ভকতে তবধ মনেৰে শুনিলে। তেওঁ সপোনৰ কথা কৈ এটালত সত্ৰীয়াই গম্ভীৰ ভাৱে ভকতসকলক কলে—“আতৈ সকল! কমল আতৈয়ে যি কলে তাক শুনিলে। এতিয়ানো এই সপোনৰ অৰ্থ কি কওকচোন।” সত্ৰীয়াৰ এই কথা শুনি ভকতবিলাকে নানাৰকমে সপোনৰ ফল ব্যাখ্যা কৰিবলৈ ধৰিলে। কেৱে কেৱে দীঘল দীঘল বক্তৃতা কৰিলে। সকলোৱে এইদৰে পণ্ডিতালি দেখুউৱা হ’লত সত্ৰীয়াই কলে—“আতৈ সকল! সপোনৰ ফল ভালেই হওক বা বেয়াই হওক আমাৰ এটা কাম কৰা যুগুত। জানাই দেখোঁ, সৰাতো সাৰ বেদ বেদাঙ্গ, হৰিৰ নামে কৰে

সকলো সাঙ্গ। সেই দেখি দেশৰ ভালৰ অৰ্থে আমাৰ কীৰ্ত্তন ঘৰত বৰসবাহ ধৰা যাওক।” সত্ৰীয়াৰ এই অভিপ্ৰায় শুনি ভকত সকলেও তাতে ভৰ দিলে। ভকত সকলৰ মেল ভাঙিল। সত্ৰীয়া ঘৰলৈ গ'ল। ভকত সকলে তুপৰীয়া খাই-বই উঠি বৰ-সবাহৰ নিমিত্তে জান দিবলৈ বৰপেটীয়া ডাঙৰ ডাঙৰ মানুহ সকলৰ ঘৰে ঘৰে ফুৰিবলৈ ধৰিলে।

# দ্বাবিংশ অধ্যায়

## বৰপেটীয়া মেল

পাঠক সকল! বিশেষ মোৰ বৰপেটীয়া বন্ধু সকল! আপনালোকক এটি কথাৰ বাবে খাটিবলগীয়াত পৰিলোঁ। উপাখ্যান বা উপন্যাসৰ অনুৰোধত পৰি আজি আমি এফেৰা কথা লিখিবলৈ ওলালোঁ। আপোনাসকলে কিজানি সেই কথাৰ বাবে আমাক বেয়াকে পায়। কিন্তু আমি কি কৰিম। প্ৰায় গ্ৰন্থকাৰৰ কপালত ঈশ্বৰে সুখ নেলেখে। এজনে যি কোনো এটা কথা ভাল পায়, আনজনে আকৌ সেইটোকে বেয়া পায়; অথচ উপাখ্যানত সেই কথা এৰি গলেও উপাখ্যানৰ অঙ্গ সম্পূৰ্ণ নহয়। এইবিলাক কাৰণে আজি আমি এটা মহা লেঠাত পৰিলোঁ। নিচলাৰ লিখাত যেন কেৱে দোষ নধৰে। আমি আজিকালিৰ কথা লিখা নাই। মানৰ দিনত কেনে আছিল তাকেহে লিখিবলৈ ওলালোঁ।

মহাপুৰুষীয়া সত্ৰবিলাকৰ ভিতৰত বৰপেটাৰ থানেই হেনো প্ৰধান। আজি কালিৰ দৰে সেই সময়তো বৰপেটাবাসী মানুহৰ থানৰ ওপৰত প্ৰগাঢ় শ্ৰদ্ধা, প্ৰগাঢ় ভক্তি আছিল। অসমৰ সকলো ঠাইৰে পৰা সেই সময়তো অসংখ্য যাত্ৰী বৰপেটাৰ থানত সেৱা কৰিবলৈ যাতায়াত কৰিছিল আৰু থানৰ উৎপনো যথেষ্ট আছিল। কিন্তু আন আন সত্ৰৰ দৰে বৰপেটাৰ থানৰ নীতি-

নিয়ম একো নাছিল। সত্ৰৰ থাপনাকাৰী ৺মহাপুৰুষ বৈকুণ্ঠী হবৰ সময়ত, ভকতৰ সমূহকে আৰু ৰাইজকে থানৰ গৰাকী পাতি থৈ যায়। এই কাৰণে বৰপেটা সত্ৰৰ স্বত্ব প্ৰজাতন্ত্ৰৰ ওপৰত আছিল। কিন্তু স্বত্বটো প্ৰজাতন্ত্ৰ থাকিলেও যেয়ে বলী, যেয়ে বুদ্ধিমান আৰু বিচক্ষণ সেয়ে লাভৰ ভাগ সৰহকৈ খাবলৈ চেষ্টা কৰিছিল। আৰু এইদৰে স্বাৰ্থৰ বশবৰ্ত্তী হৈ সকলোৱে সদায় হাই দন্দ্ কাজিয়া আৰু দলাদলি কৰিছিল। যাৰ স্বাৰ্থ যিফালে সি সেইফালে টানিছিল। অজলা ৰাইজক চূনটেপা আৰু পানখিলা দি মুখিয়াল কেইজনে সদায় বৰ চৰুটো আত্মসাৎ কৰিবলৈ অভিপ্ৰায় কৰিছিল। যেয়ে বুধিয়ে কৌশলে পাৰ্গত সেয়ে আন দহোটাৰ অধিপতি হৈ লাভৰ ভাগ সৰহকৈ খাই-ছিল। এইদৰে সেই সময়তো কীৰ্ত্তন ঘৰৰ লাভৰ হিস্বা লৈ বৰপেটীয়া মানুহে এনে বিবাদ কৰিছিল যে কাৰো কোনো কথাত এটা মত নাছিল। কোনো সৎকৰ্ম্ম শীঘ্ৰে হৈ নুঠিছিল।

সেই দিনাখন সত্ৰীয়াৰ আদেশ পাই কেৰলীয়া ভকতসকলে খাই-বই উঠি থানৰ ভাগ খাওঁতা মূৰি মানুহবিলাকৰ ঘৰে ঘৰে গ'ল আৰু সকলোকে আবেলি কীৰ্ত্তন ঘৰলৈ যাবলৈ কলে। কেৰলীয়া সকলৰ কথাত দুই চাৰিজন থানৰ ভাগ খাওঁতা মূৰি মানুহে কলে—"অমুক অমুক ভাগ খাওঁতাহঁতক মতা নাইনে? সিহঁতেনো এতিয়া কি কৰিছে?" ভকত সকলে এই কথাৰ উত্তৰত কৈছিল—"তেওঁবিলাককো মতা গৈছে। এই টো দলাদলিৰ মেল নহয় সকলোৱে একেমত হৈ কৰাহে কাম।"

কেৰলীয়া সকলে এইদৰে তুপৰীয়া জ্ঞান দিয়াৰ পিছত সেই দিনাখন ভাটীবেলিয়া গোটেইখন বৰপেটাতে উখল মাখল লাগিল। দূৰৈ ঠাইৰ পৰা পলাই অহা মানুহবিলাকৰ মুখে মান উজাই অহা কথা শুনি বৰপেটাৰ সকলোবিলাক সাধাৰণ মানুহেই ভয়তে আতুৰ হৈ জুমাজুমি কৰি তেওঁবিলাকৰ দলৰ মুখিয়াল মানুহসকলৰ ঘৰে ঘৰে গৈ দিহা পৰামৰ্শ সুধিলে। মুখিয়ালসকলে সাধাৰণ মানুহৰ মুখে এইবিলাক কথা শুনি আকৌ সাত ভাৰস্তৰ দলাদলি মেলহে উলিয়ালে। সমুখৰ ঘোৰ বিপদত যে কি কৰা যুগুত তাৰ একো পৰামৰ্শ দিব নোৱাৰিলে।

আমাৰ লক্ষ্মীকান্ত আৰু অনাথ চৌধাৰী যাৰ ঘৰত আছিল সেই সময়ত তেৰোঁ বৰপেটাৰ দলৰ এজন প্ৰধান নায়ক আছিল। তেওঁ অৰ্থাৎ বদনৰাম হাদিৰা চকিৰ ৰণত মৰা বীৰ কৃষ্ণৰাম কলিতাৰ পুতেক আছিল। বাপেকৰ দৰে বদনৰামৰ গাতো বল, হৃদয়ত সাহ আৰু নিজৰ দেশলৈ মৰম আছিল।

মান যেতিয়া গুৱাহাটীলৈ আহে সেই সময়ত তেওঁৰ বাপেক বীৰ কৃষ্ণৰাম কিবা এটা সকামত গুৱাহাটীলৈ গৈছিল। তেওঁ তাতে থকাতেই নতুনকৈ পতা বৰফুকনবে আৰু মানৰে ৰণ লাগে। বীৰ কৃষ্ণৰামে সেই যুঁজত ৰজাৰ ফলীয়া হৈ যুঁজিছিল। গুৱাহাটীত মানৰ যুঁজত হাৰি তেওঁ ৰজাৰ লগতে পলাই গৈ ৰজাৰ ফলীয়া হৈ আকৌ হাদিৰাত মানে সৈতে যুঁজিছিল। সেই যুঁজত তেওঁ প্ৰাণত্যাগ কৰিছিল।

তেওঁৰ পৰিয়ালৰ ভিতৰত মুঠেই তেওঁৰ সহধৰ্ম্মিণী আৰু পুতেক বদনৰাম আছিল। বাপেকৰ দৰে বদনৰামো সৰুৰে পৰা মালযুঁজ কৰা, তৰোৱাল খেলা ইত্যাদি বিদ্যা শিকিছিল। তেওঁৰ ঘৰত ভালেমান যুদ্ধৰ অস্ত্ৰও আছিল।

আন আন মুখিয়াল মানুহৰ ঘৰলৈ যোৱাৰ দৰে সেই দিনা তেওঁৰ ঘৰলৈকো তেওঁৰ ফলীয়া মানুহবিলাক গৈছিল আৰু তেওঁৰ পৰামৰ্শ সুধিলে। সমুখত মহৎ বিপদ দেখি বদন চৌধাৰীয়ে অনাথ চৌধাৰী আৰু লক্ষ্মীকান্ত বৰুৱাক দিহা সুধিলে। শান্তশীল অনাথ চৌধাৰীয়ে আন আন বুঢ়াৰ দৰে বদনৰামক কেৱল ঈশ্বৰৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰিবলৈ কলে। গাত তেজ থকা ডেকা লক্ষ্মীকান্তই কিন্তু বদন চৌধাৰীক মানৰ বিপক্ষে অস্ত্ৰ ধৰিবলৈ দিহা দিলে আৰু তেৱোঁ মানৰ লগত যুঁজিব বুলি কলে। ডেকা বদনে ডেকা লক্ষ্মীকান্তৰ উপদেশকে উচিত যেন বিবেচনা কৰি মানৰ লগত যুঁজ কৰাটোকে থিৰ কৰি বৰপেটীয়া ডেকাবিলাকক আৰু তেওঁৰ দলৰ মানুহবিলাকক উত্তেজিত কৰিলে। লক্ষ্মীকান্তয়ো কনৰা আৰু আন আন বাজে গাৱঁৰ ডেকাবিলাকক উত্তেজিত কৰি মানৰ বিপক্ষে অস্ত্ৰ ধৰিবলৈ সাজু কৰিলে। আৰু তেওঁবিলাক দুয়ো লগলাগি বৰপেটাৰ মুখিয়াল মানুহসকলক উত্তেজিত কৰি ফুৰিবলৈ ধৰিলে। তেওঁবিলাকৰ উত্তেজিত বাক্যত কিন্তু মেলুৱই সকলে হয়ভৰ নিদিলে। কিন্তু বৰপেটাৰ ভাল সাহিয়াল সাহিয়াল দুশমান ডেকা তেওঁবিলাকৰ লগ লাগিল। তেওঁবিলাকে কীৰ্ত্তন ঘৰৰ মেললৈ গ'ল আৰু

পাৰিলে ভাতে মেলুৱই সকলক উত্তেজিত কৰি আৰু কেত-খিনি মানুহ গোটাবলৈ অভিপ্ৰায় কৰি বৰপেটাৰ কীৰ্ত্তন ঘৰৰ মেললৈ বাট চাই ৰ'ল।

বেলি ভাটী দিলে। বৰপেটাৰ কীৰ্ত্তন ঘৰলৈ গাৱঁৰ মুখিয়াল মেলুৱইবিলাক গ'ল। উৎসৱ হোৱা যেন দেখি গাৱঁৰ সৰু সৰু লৰা-ছোৱালীবিলাকো কীৰ্ত্তন ঘৰলৈ লৰ ধৰিলে। গোটেইবিলাক মেলুৱয়েই গৈ ঢাৰি-কঠ পাৰি ৶ মাধৱদেৱৰ মঠৰ আগত ৰ্হিল।

এই দৰে মেলুৱই সকলে যাৰ যি আসন তাত বহা হ'লত সত্ৰীয়াই ৰাইজৰ আগত কমল আতৈয়ে দেখা সপোনৰ কথা কলে; আৰু এনে সপোন যে বেয়া এই কথাটো বুজাই তাৰ কি প্ৰতিকাৰ কৰা উচিত সুধিলে। কমল আতৈৰ সপোনৰ কথা শুনি অনেক মেলুৱয়ে হাঁহি উকুৱালে। কেৱে কেৱে মুখখন অলপ গম্ভীৰ কৰিলে; কেৱে কেৱে নিজকে পণ্ডিত দেখুৱাই দীঘল দীঘলকৈ স্বপ্ন আধ্যা ব্যাখ্যা কৰিলে। সপোনৰ কথা আলচ কৰোঁতেই দলাদলিৰ মেলো আহি ওলাল। কথায়-বতৰায় বাক্-বিতণ্ডায় সাজ গঢ়ি গ'ল। তেতিয়া মেলুৱই সকলে অলপ গাত গম পোৱাদি পাই বৰসবাহ কৰাই যুগুত বুলি ঘৰাঘৰি যাবলৈ ওলাল। এনেতে বদন চৌধাৰীয়ে থিয় হৈ ৰাইজৰ আগত কলে—"বাপ সকল! আপোনালোকক এটি কথা নিৱেদন কৰোঁ। অৱশ্যে হৰিৰ নামে সকলো বিঘিনি নাশ কৰে। বৰসবাহ কৰাটো যে সজ কাম তাক আমি নহয় নোবোলোঁ।

কিন্তু কেৱল ঈশ্বৰৰ দোহাই দি হাত সাবটি বহি থাকিলে কৰ্ম্ম নিসিজে। আমাৰ বৰপেটাৰ ঘোৰ বিপদৰ সময় উপস্থিত হৈছে। হেজাৰ হেজাৰ মানে হাতত মুকলি তৰোৱাল লৈ বৰপেটাৰ ফালে আহিব লাগিছে। সিহঁত আহি পালেই আমাৰ বিলই-বিপত্তিৰ ঠাই নোহোৱা হব। আমাৰ লৰা-তিৰুতাক মানে নানান দুৰ্গতি কৰিব। সেই দেখি আপোনাসকলক জনাওঁ যাতে এই মানৰ হাতৰ পৰা তেওঁবিলাকক ৰক্ষা পৰিব পাৰি আমাৰ তাকে কৰা যুগুত। মোৰ বিবেচনাৰে হলে মৰিব লাগিলে আমাৰ মানৰ লগত যুঁজি মৰাই ভাল। আপোনালোকৰ খেলে প্ৰতি আমাক এশ দুশ কৰি ডেকা দিয়ক। আমি সেই ডেকাবিলাকক লৈ মানক গণককুচিতে আগভেটি ধৰোঁগৈ।”

বীৰ আৰু প্ৰকৃত দেশহিতৈষী বদনৰ কথাত বুঢ়া আৰু মেলুৱইসকলৰ গাৰ লোমেই নলৰিল। মেলুৱইহঁতে কলে— “ৰাম! ৰাম! মানৰ লগত যুঁজিব নোৱাৰি। আমাৰ কলীয়া ঠাকুৰৰ মাহাত্ম্য আছে যদি আমাক তেওঁ মানৰূপী সমুদ্ৰৰ পৰা উদ্ধাৰ কৰিব।” এই বুলি বুঢ়া বুঢ়া কীৰ্ত্তন ঘৰৰ ডাঙৰ ডাঙৰ ভাগখাওঁতা মেলুৱই সকল ঘৰাঘৰি গ’ল। কিন্তু বদন আৰু লক্ষ্মীকান্তই তেওঁবিলাক যোৱাৰ পিছতো বৰপেটীয়া ডেকা-বিলাকক উত্তেজিত কৰিবলৈ ধৰিলে। বদনৰ কথাত উত্তেজিত হৈ প্ৰায় দুশ তিনিশ ডেকা বদন আৰু লক্ষ্মীকান্তৰ লগ লাগিল।

# ত্ৰয়োদশ অধ্যায়

## "উলটা বুঝিলি ৰাম।"

পাঠক! আমি আমাৰ কাহিনীৰ মাজতে এটা কথা কবলৈ ওলালোঁ। তাহানিখন হেনো এজন সন্ন্যাসীয়ে বাটে দি গৈ থাকোঁতে খোজ কঢ়াত ভাগৰ লাগি ভাবিলে ডাঙৰ ডাঙৰ মানুহবিলাকে ঘোঁৰাৰে ফুৰে। তেওঁবিলাকে সেই ঘোঁৰাৰ ওপৰত উঠি ফুৰাৰ নিমিত্তে ভৰিত আৰু গাত দুখ নাপায়। ঘোঁৰাত উঠি ফুৰাটো বৰ সুখ। কিন্তু সেই ঘোঁৰা আৰু ধন, জন, ঐশ্চৰ্য্য, বিভূতি হেনো ৰামৰূপী ভগৱন্তইহে দিয়ে। এই ভাবি সন্ন্যাসীয়ে বাটে বাটে ৰামক তুতি কৰিবলৈ ধৰিলে— "ৰাম! একুঠি ঘোঁৰা দেলায় দে ৰাম! ৰাম! একঠু ঘোঁৰা দেলায় দে ৰাম"! এই দৰে সন্ন্যাসীয়ে তুতি কৰি কৰি গৈ থাকোঁতে থাকোঁতে দেখিলে এটা মৰা ঘোঁৰা বাটতে পৰি আছে আৰু সেই ঘোঁৰাটোক বাটৰ পৰা টানি নি আঁতৰত পেলাবৰ কাৰণে তিনিটা মানুহে দুডাল বাঁহেৰে দুই মূৰে সাঙি বান্ধি বৈ আছে। পেলাব নোৱাৰে, কেৱল এটা মানুহৰ অভাৱত। এনেতে সন্ন্যাসী গৈ ওচৰ পালে। সন্ন্যাসী গৈ পোৱা মাত্ৰেই মানুহ তিনিটাই সোধ-পোচ নকৰা কৰি সন্ন্যাসীক টানি নি সাঙি-বাৰিৰ এমূৰে ধৰিবলৈ দিলে। সন্ন্যাসীয়েও অগত্যা এৰাব নোৱাৰি সিহঁত তিনিটাৰ লগতে মৰা ঘোঁৰাটো সাঙি কৰি নি

আঁতৰত থলে। ঘোঁৰাটো পেলাই উঠাৰ পাচত সন্ন্যাসীৰ জ্ঞান হ'ল, পূৰ্ব্বজন্মৰ অথবা ইহজন্মৰে আগৰ ডোখৰৰ স্নুকৃতি নেথাকিলে ইহজন্মত ৰামে ঘোঁৰা নিদিয়ে। আৰু খুজিলেও তাৰ গতি তেনেকুৱাই হয়। ইত্যাদি ভাবি চিন্তি সন্ন্যাসীয়ে সেই বাৰ কবলৈ ধৰিলে—“উল্‌টা বুঝিলি ৰাম! উল্‌টা বুঝিলি ৰাম!” পাঠক! ভাবি চাব প্ৰায় সকলো মানুহৰে জীৱনত কেতিয়াবা কেতিয়াবা এনেকুৱা দশা হয়। মানুহৰ কিয়! কেতিয়াবা কেতিয়াবা একোটা জাতিৰো এনে দশা ঘটে। সেই দিনাখন ৰাতি প্ৰায় ডুপৰ হোৱাত কীৰ্ত্তন ঘৰৰ ভিতৰত আঠোটা বৰ গছাত প্ৰায় ষোল্লশ চাকি লগাই নৈবেদ্য পাতি ভকতসকলে বৰসবাহৰ আয়োজন কৰিলে। যথা সময়ত ভকতসকলে এটি এটি কৈ আহি আসন ললে। তালীয়া, খুলীয়া আহি ঠায়ে ঠায়ে বহিল। মুখিয়াল মেলুৱইসকল শাৰী পাতি পাতি বহিল। বুঢ়ী বুঢ়ী ভকতনীসকলে কীৰ্ত্তন ঘৰৰ পিৰালিত বহি নাম গাবলৈ ধৰিলে। একান্তমনে গুৰু শঙ্কৰ মাধৱৰ নাম স্মৰণ কৰি ভকতসকলে কলীয়া ঠাকুৰৰ নাম ললে। তালীয়াই তাল বজালে, খুলীয়াই খোল বালে, ৰাইজে হাত চাপৰি ধৰিলে। গিৰ্ গিৰ্ কৰি কীৰ্ত্তন ঘৰত বৰসবাহ বহি গ'ল। নামৰ ধ্বনি শুনি বৰপেটাবাসী লৰা-তিৰুতাৰ মনত আনন্দ আৰু উছাহ হ'ল। ভকতসকলে প্ৰভু কৃষ্ণৰ লীলাবিলাক গালে। ওৰে নিশা অখণ্ড প্ৰদীপৰ আগত কীৰ্ত্তন ঘৰত বৰসবাহ হ'ল।

ইফালে সেই নিশা বদনৰামে ডেকাবিলাকক গোট খুৱালে।

সকলোৰে হাতত জাঠি জোঙ, ঢাল, বাৰু ইত্যাদি দিয়ালে আৰু ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে তেওঁ এযোৰা মানুহ মানৰ বুজ লবলৈ চাউলখোৱাৰ ঘাটলৈ পঠালে আৰু তেওঁ নিজে মাক, মনোমতী, তিলোত্তমা, পমীলা ইত্যাদি তিৰুতাবিলাকক বাৰীৰ পাছফালে বাঁহৰ মাজত এটা গাত খনাই তাতে লুকাই থাকিবলৈ দি মানৰ লগত যুঁজিবলৈ সাজু হৈ ৰ'ল।

পিছদিনা ৰাতি পুৱাল। যুঁজাৰু ডেকাবিলাকে মুখ হাত ধুই লৈহাতে হাতে অস্ত্র লৈ লক্ষ্মীকান্ত আৰু বদন চৌধাৰীক আগত লৈ কীৰ্ত্তন ঘৰৰ গড়ৰ ভিতৰত সোমাল গৈ আৰু কেতখিনি ডেকা গোটাবলৈ অভিপ্রায় কৰি তাতে অলপ পৰ বৰসবাহ চাবলৈ ধৰিলে।

লাহে লাহে ৰঙা ৰ'দ উঠিল। কীৰ্ত্তন ঘৰৰ বৰসবাহৰো ওৰ পৰিল। বিলনীয়াই চৰুৱে চৰুৱে প্রসাদ আনি বিলাবলৈ ধৰিলে। মুখিয়াল মেলুৱইসকলৰ বৰ বৰ চৰু পাবৰ আশা হ'ল। প্রসাদ লবৰ সময়ত সকলোটিয়েই ফিতাহিতে ওফন্দি পৰিল। ই বোলে মই অমুকৰ ঘৰৰ, মই বৰ চৰু পাওঁ; সি বোলে মইও অমুকৰ ঘৰৰ, মইও বৰ চৰু পাওঁ। এই দৰে ঐয়া-হৈয়া হবলৈ ধৰিলে। বৰ চৰু দিওঁতে দিওঁতে বৰ চৰুৰ ওৰ পৰিল; অৱশেষত বিলনীয়াই তজোৰাম নামেৰে মেলুৱই এজনৰ আগত এটা চাকলি মলা থলে। চাকলি মলা দেখি তজোৰাম খঙতে জ্বলি উঠিল আৰু বিলনীয়াক ডাবি মাৰি কলে—"কি! মই মলাৰহে মানুহ হলোঁনে? বিলনীয়াই কলে—"বাপ! বৰ চৰু টুকাল। সেই দেখিহে মলা দিলোঁ দোষ নধৰিব।" তজোৰামে কলে—

"কি ! হুনত, গোবিন্দ সিহঁত সকলোকে চক্ক দিলি, মোক মলা দি অপমান কৰিলি।" বিলনীয়া—"বাপ ! খং এৰক।" তজোৰামে খণ্ডভে কলে—"আজি এই বিষয়ে ভালকৈ লাগিম ! কীৰ্ত্তন ঘৰৰ হিস্বা আৰু বৰ চক্ক খাবৰ পৰত হুনত গোবিন্দ আৰু ৰামা। দায়জগৰ লাগিলে তজো আৰু ভজো।" তজোৰামৰ এই কথা শুনি গোবিন্দই মাত লগালে—"অ হেৰ তজো ! তইনো কীৰ্ত্তন ঘৰৰ কি কৰিছ ?" তজো—"তহঁতে নো কি কৰিছ ?" এই দৰে কথাত কথা বাঢ়ি প্ৰসাদৰ নিমিত্তে মুখিয়াল কেইজনৰ হুৰাহুৰি লাগিল। বেলি আৰে আৰে উঠিল। মেলুৱইসকলৰ হুৰাহুৰি ন মৰিল। বদন আৰু লক্ষ্মীকান্তই চিয়ঁৰি চিয়ঁৰি কবলৈ ধৰিলে—"বাপ সকল ! হুৰাহুৰি এৰক ! যাতে দেশৰ ভাল হয় তাৰ হকে চিন্তক।" লক্ষ্মীকান্ত আৰু বদনৰ এই কথাত মেলুৱই সকলৰ গাত চুৰ্ত্তিয়েই নহল। দলাদলি মেল উলিয়াই হুৰাহুৰি পাতি বীৰসকলে হতাহতি আৰম্ভ কৰিলে। ইফালে কিন্তু লৰা আৰু তিৰুতাবিলাকে সেই হুৰাহুৰিৰ ভিতৰতো এজেবা প্ৰসাদৰ নিমিত্তে বিলনীয়াক কাবৌ কৰিবলৈ ধৰিলে।

কীৰ্ত্তন ঘৰত এই দৰে এফালে মেলুৱই বীৰসকলৰ হুৰাহুৰি আৰু এফালে লৰা-তিৰুতাবিলাকৰ প্ৰসাদৰ নিমিত্তে হাকৌ-বিকৌ হৈ থাকোঁতেই চাউলখোৱা নৈ পাৰ হৈ প্ৰায় বাৰশ মান কীৰ্ত্তন ঘৰৰ ফালে আহিবলৈ ধৰিলে। বদন আৰু লক্ষ্মীকান্তই পঠোৱা মানুহ যোৰাক বাটতে পাই সিহঁতে কাটিলে আৰু সিহঁতক কাটি উঠি মানহঁতে হাতত মুকলি তৰোৱাল লৈ কীৰ্ত্তন

ঘৰৰ ফাললৈ আহিল। মানক অহা দেখি বদন আৰু লক্ষ্মীকান্ত দুইও নৈৰাশ মনেৰেও, মৰণত শৰণ দি সেই চাৰি পাঁচশ ডেকা লৈ মানৰ সমুখ হ'ল। মানে অসমীয়াৰ কম যুঁজাৰু দেখি কিবিলি মাৰি বদন আৰু লক্ষ্মীকান্তৰ যুঁজাৰুবিলাকক ধৰিলে। দুয়ো দলেই অলপ পৰ ঘপিওৱা-ঘপি আৰু হতাহতি ৰণ কৰিলে। অসমীয়া হাৰিল। মানৰ দাৰ কোবত বদন আৰু লক্ষ্মীকান্ত দুইও অৰশ হৈ পৰিল। কিন্তু দুয়োজনৰে গলত ঘা নপৰি বাহুত ঘা লগাৰ বাবে জীৱন নগল। মানহঁতে অসমীয়া যুঁজাৰুবিলাকক ঘটুৱাই কাটিছিডি নাশ কৰি কীৰ্ত্তন ঘৰলৈ লৰি আহিল আৰু গড়ৰ কেউটা দুৱাৰ মুখ ঘেৰি লৈ এজাক মান গড়ৰ ভিতৰত সোমাই কীৰ্ত্তন ঘৰত জুই লগাই দিলে। বৰ বৰ মেলুৱই সকলক আৰু লৰা তিৰুতাকো কাটি কাটি সেই জুইত জাপি জাপি দিলে। চাই থাকোঁতে থাকোঁতে কীৰ্ত্তন ঘৰৰ জুইয়ে বৰপেটাৰ গোটেই খনতে ব্যাপি পৰিল। মানহঁতে বৰপেটীয়া মানুহ যাকে যতে পালে তাকে ততে কাটিলে। মানৰ হাতত কলীয়া ঠাকুৰৰ মাহাত্ম্যত বৰপেটাবাসী সকলে ইহ জনমৰ যাতনাৰ পৰা মুক্তি পালে। আগৰ অধ্যায়ত মেলুৱইসকলে কলীয়া ঠাকুৰৰ মাহাত্ম্যৰ বিষয়ে কোৱা কথা ফাকি এইৰূপেই সঁচা হ'ল।

মানে এইদৰে প্ৰায় এবেলা বৰপেটা উপাস্ত কৰিলে। এনেতে ভাটি বেলীয়া ৰিচাৰ্ডচন্ চাহাব আহি পালে। ৰিচাৰ্ডচন্ চাহাব অহা শুনি মানে বৰপেটা এৰি চিৰিলি বিৰিলি হৈ আকৌ আগে আগে পলাল।

# চতুৰ্বিংশ অধ্যায়

## দুখৰ শেষে

ৰিচাৰ্ডচন্ চাহাবে মানক বৰপেটাৰ পৰা খেদি সেই নিশাৰ নিমিত্তে বৰপেটাৰ মেটুৰীয়াকুচি পথাৰত বাহৰ কৰিলে। মান পলাই যোৱা শুনি বৰপেটাৰ মানুহবিলাক হাবি বননিৰ পৰা ওলাই আহিল। গোটেইবিলাক মানুহে যেতিয়া আকৌ বৰপেটা চাপিলহি তেতিয়া গোটেইখন বৰপেটাতে কান্দোনৰ ৰোল উঠিল। জীয়াই থকা মানুহবিলাকে মৰা মানুহবিলাকৰ নিমিত্তে আৰাৱ কৰিবলৈ ধৰিলে—"বোপাই কলৈ গলি ঐ? ককাই কলৈ গলি ঐ?" সিহঁতৰ বিননিত গছৰ পাতবিলাকেও যেন বিনাবলৈ ধৰিলে। মৰা মানুহৰ আত্মীয়-কুটুম্ববিলাকে তেওঁবিলাকৰ মৰা আত্মীয়-কুটুম্ববিলাকৰ শৱবিলাক বিচাৰি বিচাৰি নি নৈৰ পাৰত সংকাৰ কৰিবলৈ ধৰিলে। ঘৰ-দুৱাৰবিলাক পুৰি যোৱাত লৰাতিৰুতাবিলাকে কান্দি কান্দি আলিয়ে পদূলিয়ে পৰি ৰ'ল।

বদন চৌধাৰীৰ ঘৰ বৰপেটা সত্ৰৰ অলপ বাহিৰত থকাৰ নিমিত্তে জুইত পোৰা নগল। মান যোৱাৰ পিছতে অনাথ চৌধাৰী শান্তিৰাম ভকত এওঁবিলাক দুইও লক্ষ্মীকান্ত আৰু বদনৰ শৱ দুটা বিচাৰিবলৈ ধৰিলে। ভালেখিনি পৰ বিচাৰি বিচাৰি তেওঁবিলাক দুয়ো দুয়োজন বীৰৰে দেহ দুটা পালে।

প্ৰথমতে তেওঁবিলাক দুইও মৰা যেন অনুমান হ'ল। অনাথ চৌধাৰীয়ে কান্দিবলৈ ধৰিলে; কিন্তু সুচতুৰ শান্তিৰামে দুইওটাকে লাৰিচাৰি দেখিলে যে তেওঁবিলাকৰ কাৰো গলত ঘা লগা নাই। নাকত হাত দি চাই দেখিলে যে দুইৰো অলপ অলপ নিশাই বই আছে। তেতিয়াই শান্তিৰাম ভকতে অনাথ চৌধাৰীক নিজৰ মনৰ ভাব কৈ চাৰি পাঁচ জনমান মানুহ মাতি আনি ধৰাধৰি কৰি দুইও বীৰকে ঘৰলৈ লোৱালে। তাত নি দুইকো দুখন খাটত শুৱাই কান্ধৰ ঘা পানীৰে ধুৱাই তাত অলঁপ ঔষধ দি ঘা দুডোখৰ বান্ধিলে। তাৰ পিছত দুকুৰা জুই আনি দুইওজনকে সেকিলে। এই দৰে ওৰে নিশা দুইকো সেৱা-শুশ্ৰূষা কৰাত ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে দুইও বীৰে গাত তত পালে। চকু মেলি দুইও ভোক লাগিছে বুলি কলে। তেতিয়াই বদনৰ মাকে আৰু গাভৰু তিনিজনাই লগ লাগি এফেৰা মন্দ পগাই খুৱালে। এই দৰে পতিপাল কৰাত তাৰ পিছ দিনা দুইও মাত কথা দিব পৰা হ'ল। কিন্তু তেতিয়াও দুইও সম্পূৰ্ণ আৰোগ্য নোহোৱাত আকৌ ছয়-সাত দিনলৈ শয্যাতে পৰি থাকিল।

এই ছয় সাত দিনে শান্তিৰাম ভকত, অনাথ চৌধাৰী, পমীলা, মনোমতী, তিলোত্তমা সকলোৱে দুইও বীৰকে পতিপাল কৰিবলৈ বাকী নেৰিলে। ভাল ভাল ঔষধৰ বলত দুইৰো ঘা শুকনিমুৱা ধৰিলে। কিন্তু তেওঁবিলাকৰ গাৰ পৰা ভালেমান তেজ যোৱাত তেওঁবিলাক বহুদিনলৈকে দুৰ্ব্বল হৈ থাকিল।

এই অৱস্থাতে দুইও বীৰে এদিন দুপৰীয়া শুই আছে। বদনৰ মাকে আৰু পমীলাই বদনক শুশ্ৰূষা কৰিছিল। মনোমতী আৰু তিলোত্তমাই লক্ষ্মীকান্তক শুশ্ৰূষা কৰিছিল। সেই সময়তে লক্ষ্মীকান্তই কিবা এটা সপোন দেখিয়েই হবলা টোপনিতে বকিলে—"মানহঁতেনো মনোমতীক ভালে ৰাখিছেনে?" মনোমতীয়ে লক্ষ্মীকান্তৰ এই প্ৰলাপ নিজ কাণে শুনি তেতিয়াই চকু চলচলীয়া কৰিলে। তিলোত্তমাই মনোমতীৰ ভাব বুজি তললৈ মূৰ কৰিলে। এনেতে লক্ষীকান্তই সাৰ পাই উঠি "মনোমতী" বুলি মাতিলে। তেওঁ সাৰপোৱা দেখি মনোমতী লৰালৰিকৈ উঠি গ'ল। আৰু শোৱা খোটালিত সোমাই বিছনাত পৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে। ইফালে পমীলাইও বদন চৌধাৰীৰ ওচৰৰ পৰা কিবা এটা সকামত উঠি ভিতৰলৈ আহিল আৰু পমীলাই মনোমতীৰ শোৱা খোটালিত সোমাই দেখিলে মনোমতীয়ে উচুপি উচুপি কান্দিব লাগিছে। পমীলাই মনোমতীক সাৱট মাৰি ধৰি সুধিলে—"সখি! সখি! তুমি আজি কান্দিছা কেলেই?" মনোমতীয়ে কলে—"সখি! মোৰ আজি সাতো ভাৰস্তৰ কথা মনত পৰিছে। মোৰনো আই দেউতা কলৈ গ'ল? মোৰনো আশ্ৰয়দাতা বৰুৱা-বৰুৱানীৰ কি হ'ল? আমাৰনো সুখৰ ঘৰবাৰী কলৈ গ'ল? ঈশ্বৰে নো মোক জীয়াই ৰাখিলে কেলেই?" পমীলা—"সখি! ছিঃ! তুমি কেলেই আকৌ সেইবিলাক কথাকে মনত কৰিছা? আমাৰ বৰুৱানী তেওঁৰ পুতেকে সৈতে যেনে তেনে ক'ৰবাত আছে।"

মনোমতী—“সখি! ঈশ্বৰে মোৰ কপালত সুখ লেখা নাই হ'বলা!” পমীলা—“তোমাৰ কপালতনো সুখ লেখা নাই বুলি কেনেকৈ জানিলা?” মনোমতী—“জানিবৰ কাৰণ আছে।”—পমীলা “ডেকা বৰুৱাই তোমাক কিবা কলেনে কি?” মনোমতী—“সখি! তেওঁ মোৰ চৰিত্ৰত সন্দেহ কৰে। মোৰনো তেন্তে আৰু জীয়াই থকাৰ সকাম কি?” পমীলা—“সখি! তোমাৰ এইটোহে দুখনে? তুমি এই অলপ কথাতেই নিৰাশ হৈছানে? নিৰাশ নহবা। ৰোগ চাই ঔষধ আছে। চুঙা চাই শোপা আছে। ডেকা বৰুৱাৰ মনৰ ভ্ৰম গুচাব পৰা ঔষধ এপালিও মোৰ হাতত আছে, তুমি চিন্তা নকৰিবা।” পমীলাৰ এই কথাত মনোমতী শান্ত হ'ল। তেওঁৰ মুখত আকৌ হাঁহিয়ে দেখা দিলে। মনোমতীয়ে পমীলাক টানি নি ডিঙিত সাৱট মাৰি ধৰি চুমা এটা খাই কলে—“সখি! বাৰু ঈশ্বৰে যদি কৰে তোমাকো এদিন সোঁৱৰাম।”

# পঞ্চবিংশ অধ্যায়

**"ধীৰে সমীৰে যমুনাতীৰে বসতি বনে বনমালী"**

আজি কালি কৰি ছুমাহ সময় হৈ গ'ল। মহাত্মা ডেভিড স্কট চাহাবৰ অনুগ্ৰহত দেশত শান্তি স্থাপিত হ'ল। লক্ষ্মীকান্ত আৰু বদন দুইও বীৰ সম্পূৰ্ণ আৰোগ্য হ'ল। চাৰিউফালে মানুহবিলাকে নিজ নিজ বিষয় কৰ্ম্মত মন দিবলৈ ধৰিলে। বৰপেটীয়া মানুহবিলাকৰ উদ্যোগত বৰপেটাৰ কীৰ্ত্তন ঘৰ সজা হ'ল। কলীয়া ঠাকুৰক প্ৰতিষ্ঠা কৰি থাপনা কৰিলে। মানুহৰ মনত সুখ শান্তিয়ে দেখা দিলে। বদনৰ ঘৰতে লক্ষ্মীকান্ত, অনাথ চৌধাৰী, মনোমতী, পমীলা এটাইবিলাকেই সুখেৰে এই ছুমাহ কটালে। ভিন গাৱঁৰ মানুহবিলাক নিজ নিজ গাৱঁলৈ অথবা নতুন ঠাই লৈ তালৈ গ'ল।

এই দৰে এই ছুমাহ গত হোৱাৰ পিছত এদিন লক্ষ্মীকান্ত, বদন, অনাথ চৌধাৰী, শান্তিৰাম ভকত চাৰিও ছুপৰীয়া খাই-বই উঠি চৰাঘৰত মেল পাতিবলৈ ধৰিছে ; সকলোৱে নিজৰ নিজৰ সুখদুখৰ কথাবিলাক কোৱাকুই কৰিছে। এনেতে সিফালৰ পৰা এজন বৰ ডাঙৰ দীঘল হটঙা, জটাজুটধাৰী বাবাজী, লগত এজন চেলাৰে সৈতে আহি তেওঁবিলাকৰ আগত ওলাল। বাবাজীক দেখিয়েই চাৰিউজনে উঠি আদৰ কৰি তেওঁক বহিবলৈ দিলে। সন্ন্যাসীজনায়ো "শিবোহং শিবোহং শিবোহং" বুলি চালপীৰাত

বহিল। এনেতে লক্ষ্মীকান্ত ডেকা বৰুৱাই সন্ন্যাসীৰ সেই চেলাজনক একেচাবে গৈ "মোৰ দেউতা! মোৰ দেউতা!" বুলি ভৰিত দীঘল হৈ পৰিল আৰু সন্ন্যাসীক "আমাৰ জটিয়া বাবাজী" বুলি ভৰিত দীঘল হৈ দণ্ডৱৎ কৰিলে। লক্ষ্মীকান্তৰ এই আনন্দ উলাহৰ ধ্বনিত ভিতৰৰ পৰা মাইকী মানুহবিলাকো লৰি আহি চোতালৰ পৰা বেৰ জুমি চাবলৈ ধৰিলে আৰু সন্ন্যাসী আৰু তেওঁৰ চেলাক চিনি পাই তেওঁবিলাকেও আনন্দ উলাহ কৰি সকলোটিয়েই গৈ বুলনি ঘৰত বহি তামোল চালি কাটিবলৈ আঁৰু মেল কৰিবলৈ ধৰিলে। অনাথ চৌধাৰীয়েও হলকান্ত বৰুৱাক চিনি পাই আকোৱালি ধৰি সুধিলে—"আপোনাৰ এই বেশ কেলেই? আপুনি ইমান দিন আছিল ক'ত?" হলকান্তই কলে—"আপোনাৰ ঘৰৰ পৰা ওলাই আহি মই এনিশা জৈনা গাৱঁত থাকোঁ। তাৰ পিছ দিনা ৰাতিপুৱাই মই সেই গাওঁ এৰি আন গাৱঁলৈ যাব ওলাইছিলোঁ মাথোন, এনেতে কুৰিটা মান জৈনা গাৱঁলৈ আহিল। মানৰ হাতত এনেই মাছ-পহুৰ দৰে মৰাতকৈ সিহঁতক মাৰি মৰাই ভাল এইটো বিবেচনা কৰি মই সেই গাৱঁৰ মানুহবিলাকৰ হতুৱাই সেই মান কেইটাক মৰাওঁ। মানক মাৰি উঠি জৈনা গাৱঁৰ সকলোবিলাক মানুহেই সেই সেই দিনাই বৰপেটাৰ ফালে আহিল। ময়ো তেওঁবিলাকৰ লগে লগেই আহিলোঁ। বেছিকৈ বেগাই খোজ কাঢ়িব নোৱাৰাত মই সেই মানুহজাকৰ পিছ পৰোঁ আৰু বাট হেৰুৱাওঁ। বাট হেৰুৱাই মই অগাধ অটব্য অৰণ্যত পৰিলোঁগৈ। হাবিয়ে

হাবিয়ে গৈ থাকোঁতে থাকোঁতে বেলি মাৰ গ'ল। ৰাতি হোৱা দেখি মই সেই ঘোৰ অৰণ্যত অকলে পৰি বিবুদ্ধি হলোঁ। মোৰ জীৱনৰ আশা নোহোৱা হ'ল। মই শেষত একো উপায় নেপাই মৰণকে সাৰোগত কৰি সেই হাবিৰ মাজতে পৰি ৰলোঁ। কিন্তু আচৰিত কথা সেই অগাইধ অৰণ্যৰ ভিতৰতো মোৰ একো নহল। পিছ দিনা ৰাতিপুৱা মই আকৌ হাবিৰ মাজে মাজে যাবলৈ ধৰিলোঁ। ওৰে ৰাতিপুৱাৰ বেলাটো ঘূৰি ঘূৰি অৱশেহত বেলা দুপৰীয়া হাবিৰ মাজত এডাল শিমলু গছৰ তলত বাবাজীক দেখিলোঁ। বাবাজীয়ে মোক মৰম কৰি সেই দিনাৰে পৰা তেওঁৰ চেলা কৰি লৈছে। এইয়ে মোৰ কাহিনী।"
হলকান্ত বৰুৱাৰ এই কথাত গোটেইবিলাক মানুহেই তথা খালে। তাৰ পিছত বদনে সন্ন্যাসীক আনি ধপাত দিলে। সকলোবিলাকেই মানৰ কথাবিলাক উলিয়াই দুখশোক কৰিবলৈ ধৰিলে; এনেতে ভিতৰৰ পৰা এজনী বেটী ছোৱালী লৰি আহি বদন চৌধাৰীক কলে—"দেউতা! ভিতৰুৱা বাটেদি মানুহে-দুনুহে সৈতে দোলাৰে এজনা মাইকী মানুহ আহিছে। তেওঁৰ লগতে এটা লৰাও।" বেটী ছোৱালীজনীৰ এই কথা শুনি বদন চৌধাৰীয়ে সেই মাইকী মানুহজনাক ভিতৰলৈ নিয়াবলৈ কলে আৰু লৰাটোক চৰা ঘৰলৈ মতাই আনিলে। সেই লৰাটো চৰা ঘৰ আহি পোৱাত এটাইবিলাকেই সেই লৰাটোৰ ফালে চাবলৈ ধৰিলে। অৱশেহত অনাথ চৌধাৰীয়ে লৰাটোক সুধিলে—"বাছা! তই থাক ক'ত? তোৰ নাম কি? তোৰ

বাপেৰ কোন? লৰাটোৱে তললৈ মূৰ কৰি কলে—"মোৰ নাম যজ্ঞনাৰায়ণ। মই চণ্ডী বৰুৱাৰ পুতেক।" লৰাটোৰ এই কথা শুনি অনাথ চৌধাৰীয়ে তেওঁক মাতি নি কাষত বহুৱাই মৰম কৰিবলৈ ধৰিলে। সন্ন্যাসীয়ে তেওঁৰ কপালৰ ভস্ম এফেৰা লৰাটোৰ কপালত ঘঁহি দি মূৰত ধৰি আশীৰ্ব্বাদ কৰিলে। হলকান্ত বৰুৱাই লৰাটোৰ ফালে চাই তললৈ মূৰ কৰি চকুৰ পানী টুকিলে। সিফালে ভিতৰতো এখন মহা হুলস্থূল লাগিল। মনোমতীয়ে বৰুৱানীৰ গলত ধৰি চণ্ডী বৰুৱাৰ নিমিত্তে কান্দিবলৈ ধৰিলে। পমীলাৰো চকুৰে ধাৰাসাৰে লো বলে। তেওঁবিলাক তিনিজনক বন্দী দেখি তিলোত্তমা আৰু বদনৰ মাকেও কান্দিবলৈ ধৰিলে। এই দৰে কান্দিকাটি উঠি বদনৰ মাকে বৰুৱানীক শান্ত কৰি সুধিলে—"আই কচোন? তহঁত ইমান দিনে ক'ত আছিলি?" বৰুৱানীয়ে কলে—"মানে আমাৰ হাউলি আক্ৰমণ কৰাৰ নিশা সিহঁত আহি আমাৰ টোল সোমোৱাৰ অলপ আগখিনিতেই আমি নাৱেদি পলালোঁ। হাবিৰ মাজে মাজে নাওঁ মৰাই আমি ছদিনৰ মূৰত মানাহত ওলালোঁগৈ! আৰু সেই ঘাই মানাহেদি গৈ আমি বিজনী পালোঁ। বিজনীত আমাক জমিদাৰৰ মানুহে লগ পাই আমি ক'ৰ পৰা আহিছোঁ, কলৈ যাম এই কথা সুধিলে। আমিও সিহঁতৰ আগত আমাৰ সকলোবোৰ বৃত্তান্ত কলোঁ। সিহঁতে গৈ আমাৰ বৃত্তান্তবোৰ জমিদাৰত জনালে। বিজনীৰ জমিদাৰে তেতিয়া দোলা-পাল্কী পঠাই আমাক নিয়াই তেওঁৰ হাউলিৰ

ভিতৰতে বেলেগে এযোৰা ঘৰত ৰাখিলে।” চৌধাৰিণী—“আই বিজনীৰ জমিদাৰৰ ঘৰে আৰু তহঁতৰে দেখোন আগেয়ে ৰৰ শত্ৰুৰালি আছিল। তেওঁনো তহঁতক পুতৌ কৰিলেনে?” বৰুৱানী—“আই! আমাৰ দেশৰ দস্তুৰেই এইটো হবলা—সুখৰ দিনত গোত-জ্ঞাতিয়ে, ওচৰ চুবুৰীয়াই সমনীয়া মানুহক হিংসা কৰে আৰু সেই সমনীয়া মানুহকে আকৌ দুখত পৰিলে মৰমো কৰে।” চৌধাৰিণী—“হয় আই! তই এইটো যথাৰ্থ কলি। এনে কথা আমাৰ গাটো পুৰাইছে। তাৰ পিছত তহঁত ইমান দিনলৈকে বিজনীতে আছিলিনে?” বৰুৱানী—“বিজনীতে আমি এই দৰে পোন্ধৰ দিন মান থাকোঁ। তাৰ পিছত গৌৰীপুৰৰ জমিদাৰে কাৰবাৰ মুখে আমাৰ দুখৰ বিলাইবিলাক শুনিয়েই হব পায় আমাক নিয়াবলৈ দোলা, পাল্কী, লয়-লস্কৰ দি বিজনীৰ জমিদাৰলৈ চিঠি লিখি পঠায়। বিজনীৰ জমিদাৰেও সেই চিঠিতে আমাক গৌৰীপুৰৰ জমিদাৰৰ ভাগী বুলি জানি সেৱা-সৎকাৰ কৰি আৰু কিছু সৰহকৈ ধন-সোণ দি পঠাই দিলে। আমি গৌৰীপুৰলৈ গলোঁ। তাত আমাক বৰুৱাই মাটি-বৃত্তি, বেটী, বন্দী দি সুখে ৰাখিছে। তাতে আজি এই ডেৰমাহ থাকোঁ। তাৰ পিছত মোৰ স্বদেশলৈ আহিবলৈ বৰ ইচ্ছা হ’ল। জমিদাৰক কোৱালোঁ। তেওঁ এই মানুহ-দুনুহ দি পঠাইছে। আহিবৰ পৰত আমাক আকৌ তেওঁৰ ৰাজ্যলৈকে উলটি যাবলৈ বৰকৈ কৈ পঠাইছে। এতিয়া মানহঁত গ’ল। দেশ সুস্থিৰ হ’ল। তাকে আই মোৰ এই ধৰ্ম্মীয়া জীজনীক লৈ যাবলৈ আহিছোঁ।”

এই দৰে কথা-বতৰা হোৱাৰ পিছত বদনৰ মাকে আলহী সকলক যথাবিধি জলপান কৰালে। সুখে দুখে সেই দিনটো গ'ল।

সন্ধ্যা হ'ল। সকলোবিলাকে কাবৌ-কোকালি কৰি সন্ন্যাসীক পূজাৰ আৰু ভোগৰ আয়োজন কৰি দিলে। সন্ন্যাসীয়েও সেৱা পূজা কৰি চাইটা খাই-বই উঠিল। ইসকলেও দিহা-দিহি খাই বই উঠিল। মতাবিলাকে আহি সন্ন্যাসীক আগত লৈ চৰাঘৰত মেল পাতিবলৈ ধৰিলে। তিৰুতাসকলে ভিতৰত বুলনি ঘৰত বহি মেল পাতিলে। এনেতে সন্ন্যাসীয়ে বদন চৌধাৰীৰ আগত কলে যে তেওঁ চণ্ডী বৰুৱাৰ বিধৱাক কিবা কব খোজে। বদন চৌধাৰীয়ে সন্ন্যাসীৰ কথা শুনি যজ্ঞনাৰায়ণক ভিতৰলৈ পঠালে। যজ্ঞনাৰায়ণে গৈ বৰুৱানীক মাতি আনিলে। বৰুৱানীৰ লগতে বদনৰ মাক আৰু পমীলাও আহি বেৰৰ আৰত চৰাঘৰৰ সি খোটালিত বহিল। সন্ন্যাসীয়ে কলে—"মা! মোৰ এটা নিবেদন আছে।" চণ্ডী বৰুৱাৰ বিধৱাই কোৱালে—"কি নিবেদন কওক।" সন্ন্যাসী—"মা! মই আপোনাক খাটিলোঁ আপুনি আপোনাৰ ধৰ্ম্মীয়া ছোৱালীজনীক মোৰ চেলাৰ পুতেকৰে সৈতে বিয়া দিয়ক।" সন্ন্যাসীৰ কথা শুনি সকলোবিলাক পুৰুষেই তললৈ মূৰ কৰিলে। চণ্ডী বৰুৱাৰ বিধৱাই কোৱালে তেওঁ তেওঁৰ স্বামীবৈৰীৰ পুত্ৰলৈ ছোৱালী দিব নোৱাৰে। মনোমতীলৈ দৰা নেপালে বৰং মনোমতী কুমাৰী হৈয়ে থাকিব তেও বৰুৱাৰ পুতেকক নিদিয়ে।" সন্ন্যাসীয়ে কলে—"মা! আপুনি উচিত কৈছে। তথাপি মই আপোনাক খাটিলোঁ আপুনি মই বুঢ়া

সন্ন্যাসীৰ বচন ৰাখক। লৰাই ছোৱালীয়ে যোৰ হৈছে। বিশেষ তুইকো তুয়ো ভালো পায়। এনেস্থলত আপুনি বাধা নিদিব এইটো সৎকাম কৰক। আপোনাৰ স্বামীক হলকান্তই মৰাওঁ বুলি মৰোৱা নাই। যি হইছে সকলো ঈশ্বৰৰ ইচ্ছাতে। আপুনি কোপ এৰক। হোৱা ঘৰখন হবলৈ দিয়ক। আৰু অঘৰীৰ ঘৰ এখন কৰি দি পুণ্য সাচক। সন্ন্যাসীৰ এই কথাৰ মূৰতে হলকান্ত বৰুৱাই মাত দি কলে—'মই অধমেও এষাৰ কথা কওঁ। অৱশ্যে মই অতি গৰ্হিত্ত কাম কৰিছোঁ। মোৰ মুখ সাধুজনে চাবই নেপায়। মই স্বদেশদ্ৰোহী। মই নাৰকী। মোৰ পৰাচিতৰ সীমাই নাই। মই চণ্ডী বৰুৱাৰ লৰা-তিৰুতাক যেনে তুখ দিয়ালেঁ। ঈশ্বৰে মোকো তেনে তুখকে দিয়ালে। মই পাপিষ্ঠৰ কুকৰ্ম্মতে মোৰ তিৰুতায়ো মোক অকালতে এৰি গ'ল। এতিয়া মই মোৰ পৰাচিত স্বৰূপ সংসাৰ ত্যাগ কৰি সন্ন্যাসী হবলৈ ওলালোঁ। মোক আৰু লৰাই বা লাগিছে কেলেই, ছোৱালীয়েই বা লাগিছে কেলেই। লক্ষ্মীকান্তত মোৰ স্বত্ব নাই। তিলোত্তমাত মোৰ অধিকাৰ নাই। সিহঁতৰ মাক মৰিল। আজিৰ পৰা ময়ো মৰিলোঁ বুলিয়েই ধৰক। সেই দেখি এই মাউৰা লৰা-ছোৱালী হালক আপোনাকে সপি দিলোঁ। আপুনিয়েই সিহঁতৰ মাক হওক। মই নাৰকীয়ে দোষ কৰিছোঁ বুলিতো মোৰ এই লৰা-ছোৱালী হালে দোষ কৰা নাই। ইহাকে ভাবিচিন্তি যি হয় কৰক। হলকান্তৰ এই অনুতাপ বাক্যত সকলোটি সমজুৱায়ে তেওঁৰ কথাত ভৰ দি বিধৱাক কলে—

"আই! আপুনি সম্মতি দিয়ক।" বদন চৌধাৰীৰ মাকেও বিধৱাক কলে—"আই চাচোন। মইনো এতিয়া কি কৰিম। তোৰ যেনে বিলাই মোৰো দেখোন তেনেকুৱাই। মোৰো স্বামী দেখোন মানৰ হাতত মৰিল। এতিয়ানো মই কাক ধৰিম। আই তই ইমানবিলাক মানুহৰ কথা নেপেলাবি।" সমজুৱাসকলে আৰু বদনৰ মাকে এইদৰে হেঁচি ধৰাত বিধৱা নিৰুত্তৰ হ'ল। সন্ন্যাসীয়ে 'মৌনং সম্মতি লক্ষণং' বুলি আনন্দ কৰিবলৈ ধৰিলে। কোমল মনৰ আৰু ক্ষমাশীলা হিন্দু বিধৱাই সম্মতি দিলে! এনেতে বদন চৌধাৰীৰ মাকে কলে—"সমজুৱাসকলৰ আগত ময়ো এটা কথা কওঁ। বৰুৱাৰ জীয়েক তিলোত্তমাই দুখৰ কালত মোৰ ঘৰতে আছিল। এতিয়াও মোৰ ঘৰলৈকে আহিছে। ছোৱালীজনীত মোৰ মৰম সোমাইছে। মইনো তাইক এতিয়া কলৈ খেদি পঠাম। বৰুৱাই যদি অনুমতি কৰে ছোৱালীজনী মোৰ বপা বদনলৈকে ৰাখি থব খোজোঁ। আদেশ কৰিলে তাইক বদনে সৈতেই বিয়া দিওঁ।" বদনৰ মাকৰ এই কথাত বদনে তললৈ মূৰ কৰিলে। অনাথ চৌধাৰীয়ে কলে—"আই! বৰ সুখৰ কথা। আমি দুখন বিয়া চাবলৈ পাম।" হলকান্তইও সন্তোষ মনেৰে কলে—"কোনো কথা নাই।" সমজুৱাসকলে আনন্দ কৰিবলৈ ধৰিলে। এনেতে পমীলাই ভিতৰৰ পৰা এখন চিঠি দি পঠালে। মেলুৱইসকলে সেই চিঠি মেলি পঢ়িবলৈ ধৰিলে। সেই চিঠিত লেখা আছিল—

"শ্ৰীযুত

শান্তিৰাম স্বামী দেউতাৰ শ্ৰীচৰণ কমলেষু—

দেউতা—

আজি পাপিনীয়ে দেউতাৰ শ্ৰীচৰণত কেইটামান শেষ কথা নিবেদন কৰোঁ। বন্দীশালত লগ পাইও দেউতাক সকলো কথা ভাঙি কব নোৱাৰিলোঁ।

আপুনি আমাক ৰঙ্গপুৰত এৰি থৈ গুৱাহাটীলৈ অহাৰ প্ৰায় ছমাহৰ মূৰত মান আহি ৰঙ্গপুৰ পালে। তিনিজনা ডাঙৰীয়াই চাৰিঙ্গীয়া ফুকনক খেদাৰ পাছত আমাৰ দেউতাই মই পাপিনীক আপোনাৰ শ্ৰীচৰণত সপিবলৈ মন কৰি আপোনাক বিচৰালে। পাপিনীয়ে সেই কথাত বৰ ৰং পালোঁ। অনেক দিনৰ দুখ কষ্টৰ পিছত দেউতাৰ শ্ৰীচৰণ সেবিবলৈ পাম বুলি বৰ আনন্দ লভিলোঁ। কিন্তু কলে কি হব ইয়াৰ অলপ পিছত মান আহি ৰংপুৰ পালে। বুঢ়াগোঁহাই ডাঙৰীয়াৰ ফৈদৰ লগত আমাৰ দেউতাই মানৰ লগত ৰণ দিলেগৈ। কিন্তু সেই ৰাতি দেউতা মৰিল। বুঢ়াগোঁহাই ডাঙৰীয়াই বিষ খাই মৰিল। মানে নগৰ ললে। ৰাক্ষসহঁতে বুঢ়াগোঁহাইৰ ফৈদৰ সকলোকে কাটিলে। তাৰ লগতে পাপিনীৰো আই, ভাই, ককাই সকলোকে কাটিলে। কেৱল সংসাৰত পাপ বঢ়াবলৈ মই পাপিনীক জীয়াই ৰাখিলে। মোক দেখিবলৈ ৰূপহী দেখি অধৰমী মিঙ্গিমাহাই ৰজাক আৰু নাৰকী বৰফুকনক কৈ মোক তাৰ তিৰুতা কৰিলে। মই সেই সময়ত এডোখৰ বিহ পোৱা হলেও খাই মৰিলোঁহেতেন, কিন্তু

মোৰ পাপৰ নিমিত্তেই বিহো নাপালোঁ। হৰিণাৰ মাংসৰ দৰে মোৰ ৰূপেই মোৰ কাল হ'ল। পাপিষ্ঠ মিঙ্গিমাহাই মোক অনেক প্ৰবন্ধ কৰি মৰিবলৈ নিদিলে। এইদৰে সকলো পিনে নিৰূপায় হৈ কপালমূৰ ঢাকুৰি জীয়াই থাকি মিঙ্গিমাহাৰ লগত মানৰ দেশ, অসম দেশ গোটেইখনতে ফুৰিলোঁ। মানহঁতে অসমীয়া মানুহৰ কি বিলাই কৰিলে মই দেখি ফুৰিলোঁ। শেহত মনত এটা ভাব হ'ল যে বিপদ কালত মানুহে সৎকৰ্ম্ম কৰিব লাগে তেহে হেনো পাপ কটা যায়। মহাভাৰতত পঢ়িছিলোঁ ঘটোৎকচে হেনো মৰিবৰ সময়তো পাণ্ডবৰ উপকাৰ কৰি গ'ল। ইয়াকে ভাবি আৰু যেতিয়াই মোৰ গা চুৱা গ'ল তেতিয়াই মই সেনাপতিয়ে সৈতে ভাল হোৱাহে উচিত ইয়াকে ভাবি মিঙ্গিমাহাক মই মৰম কৰিবলৈ ধৰিলোঁ। সিও মোৰ মৰমত বশ হ'ল। মই তাক গীত গাই, মদ খুৱাই আদৰ কৰি মোহিত কৰিলোঁ আৰু সেই দৰে মৰম কৰিয়েই তাৰ হতুৱাই মনে মনে যতে পাৰিলোঁ ততে অসমীয়া মতা-মাইকী বন্দী পলুৱাই পলুৱাই দিয়ালোঁ। মানহঁতে কিন্তু সেই কথা ভাল নাপাই সকলোবিলাকেই মোক হিংসা কৰিবলৈ ধৰিলে। কিন্তু সেনাপতিৰ ভয়ত মোক একো কৰিব নোৱাৰিলে। এই দৰে দেশে দেশে ফুৰি মইনবৰিত আপোনাৰ শ্ৰীচৰণ দেখিলোঁ। আপোনাক দেখিবৰে পৰা মোৰ হৃদয়ত একুৰা জুই জ্বলিল। সেই নিশা ৰাতি সপোন দেখিলোঁ যেন মোৰ আয়ে স্বৰ্গৰ পৰা আহি মোক মাতিছে "বাছা! তই আৰু থাকিব নেলাগে। সোনকালে আহ। তোৰ দেউতাৰে মোক

তোক নিবলৈ পঠাইছে।" মই এনেতে সাৰ পালোঁ। সাৰ পাই উঠি মোৰ চকুৰে দুধাৰ লো বলে। মই আপুনি তাহানি-শিকোৱা গীতটো গুণ গুণ কৰি গালোঁ—

"কিয়নো সৰ্জ্জিলে বিধি পাপী পানীপিয়া।
বৃক্ষডালে পৰি কান্দে পানী এটোপ দিয়া॥
ওলালে ডাৱৰ চটা সুনীল আকাশে।
উলাহতে নাচে পক্ষী মনৰ হৰিষে॥
ঠেও ধৰি মাতে পক্ষী "পানী পিঁউ পিঁউ"।
অমিয়া মাধুৰী পিয়া ৰাখোঁ মোৰ জীউ॥
এনেতে আহিলে বায়ু অতি খৰতৰ।
উৰি গলে মেঘচটা পচিম দিশৰ॥
ছিগিল আশাৰ জৰী দুখী বিহঙ্গৰ।
পিয়াহতে মৰে পক্ষী কৰ ধৰফৰ॥"

দেউতা! দৰাচলতে আপোনাৰ বা কেনে হৈছিল কব নোৱাৰোঁ। কিন্তু মোৰ হলে ঠিক তেনেকুৱা বিলায়েই হৈছিল।

মোৰ এটা শেষ কথা আছে। মোৰ মনত আজি এনে লাগিছে যে মইও অতি শীঘ্ৰে আই বোপাইৰ লগ পামগৈ। আৰু তাত আপোনাৰ শ্ৰীচৰণলৈ বাট চাই থাকিম। পিশাচ মানহঁতে পাপিনীৰ পৰাচিতৰ বাট মুকলি কৰিছে। কাইলৈ আৰু পাপিনী জীয়াই নেথাকোঁ।

মোৰ এই চুলি এডাল দিলোঁ। মোলৈ মৰম আছে যদি ইয়াক এটা বিৰিৰ ভিতৰত সুমুৱাই হাতত বান্ধি ৰাখিব। মৰম নাই যদি চুলিডাল পুৰি পেলাব। ইয়াৰ লগতে মোৰ অলঙ্কাৰ কেইডালো দিলোঁ। পাপিনীৰ বস্তু বুলি ঘিণ কৰি দলিয়াই নেপেলাব। পাপিনীলৈ শোক কৰি অসুখী নহব। আপোনাৰ খাব লবৰ ভালেমান দিন আছে। মনৰ জোখাৰে এজনী ছোৱালী বিয়া কৰাই গৃহবাস কৰিব। যি ভাগ্যৱতীক আপুনি বিয়া কৰায় সেই ভাগ্যৱতীকে মোৰ এই অলঙ্কাৰ কেউডাল দিব।

দেউতা! ইহ জনমলৈ বিদায় ললোঁ। পাপিনীৰ সকলো দোষকে সকলো পাপকে মৰ্ষণ কৰিব। মোৰ ভনী মনোমতী আৰু বাইটি পমীলাৰ সতীত্ব ঈশ্বৰে ৰক্ষা কৰিছে। সন্দেহ নকৰিব। ইতি।

আপোনাৰ পাপিনী

"পদুম"

পদুমীৰ এই চিঠি শুনি শান্তিৰাম মূৰ্চ্ছিত হৈ পৰিল। লক্ষ্মীকান্ত আৰু বদনে চকুৰ লো টুকি টুকি শান্তিৰামক সাৱট মাৰি ধৰি তেলপানী দি বিচিবলৈ ধৰিলে। সমজুৱাসকলেও চকুৰ লো টুকি টুকি কবলৈ ধৰিলে—"ধন্য পদুমী! ধন্য!" বুঢ়া সন্ন্যাসীয়েও চকু চলচলীয়া কৰি "শিবোহং শিবোহং" উচ্চাৰণ কৰিবলৈ ধৰিলে। শান্তিৰামে ভালেমান পৰৰ মূৰত চেতন পালে। চেতন পাই কান্দিবলৈ ধৰিলে। সিফালে ভিতৰত

তিৰুতাসকলেও কান্দিলে। এইদৰে সুখে দুখে সকলোবিলাকেই নিশাটো কটালে।

ইয়াৰ ছয় সাত দিনৰ মূৰত লক্ষ্মীকান্ত আৰু মনোমতীৰ শুভ বিবাহ বদন চৌধাৰীৰ ঘৰতে হৈ গ'ল। সেই বিয়াত সকলোৱেই উলাহ মনেৰে কাৰবাৰ কৰিলে। ভালেমান দুখ কষ্টৰ মূৰত মোৰ এই ডেকা-গাভৰু হাল সুখী হ'ল।

লক্ষ্মীকান্তৰ বিয়া হৈ যোৱাৰ পাঁচ দিনৰ মূৰতে তিলোত্তমা আৰু বদনৰো বিয়াখন হ'ল। ইও দুজন ডেকা-গাভৰু সুখী হ'ল। এই দুখন বিয়াৰ পিছত অনাথ চৌধাৰী নিজৰ গাৱঁলৈ উলটি গ'ল। হলকান্ত বৰুৱা আৰু সন্ন্যাসীও গ'ল। তেওঁ যাবৰ পৰত জীয়েক, পুতেক, বদন, বদনৰ মাক, বোৱাৰীয়েক সকলোৱেই তেওঁক সন্ন্যাস এৰি গৃহবাস কৰিবলৈ বৰকৈ খাটিলে। বৰুৱাই কিন্তু কাৰো কথা নুশুনি সকলোকে প্ৰবোধ দি, জীয়েক, পুতেক, জোৱাঁয়েক, বোৱাৰীয়েক সকলোকে আশীৰ্ব্বাদ দি সন্ন্যাসীৰ পাছে পাছে গ'ল।

আচৰিত কথা। সন্ন্যাসী আৰু হলকান্ত বৰুৱা যাবৰ দিনৰে পৰা বদনৰ ঘৰৰ পৰা শান্তিৰামো নিৰুদ্দেশ হ'ল।



# সামৰণি

শান্তিৰাম ভকত বদনৰ ঘৰৰ পৰা নিৰুদ্দেশ হবৰে পৰা পৰ্মীলাৰ মুখত আৰু আগৰ সেই হাঁহিমাত নোহোৱা হ'ল। সদায় হা হুমুনিয়াহতে তেওঁৰ দিন যাবলৈ ধৰিলে। মনোমতীয়ে সখীয়েকৰ দুখ বুজি তেওঁক বৰকৈ যতন কৰিবলৈ ধৰিলে আৰু মাজে সময়ে কবলৈ ধৰিলে—"সখি! তুমি চিন্তা নকৰিবা। তোমাৰ মনচোৰ আহি ওলাব।

ইফালে শান্তিৰাম ভকতে সেই নিশা বদনৰ ঘৰৰ পৰা ওলাই সন্ন্যাসী আৰু হলকান্ত বৰুৱাৰ পিছে পিছে যাবলৈ ধৰিলে। ভালেমান দেশ নগৰ তীৰ্থ ফুৰি ফুৰি বাবাজী আৰু বৰুৱাই ৺কাশীধাম পালেগৈ। তাত শান্তিৰাম ভকতে এদিন সন্ন্যাসীৰ আগত ওলাই দীঘলকৈ দণ্ডৱৎ দি পৰি কলে—"প্ৰভো! দাসকো কৃপা কৰি সন্ন্যাস দিয়ক। দাসেও সংসাৰ ত্যাগ কৰিলোঁ!" সন্ন্যাসীয়ে কলে—"বাছা! তোক মই এতিয়াও সন্ন্যাস দিব নোৱাৰোঁ। তোৰ ভালেমান খাবলবৰ দিন আছে। তই এই কোমল বয়সতে কঠোৰ সন্ন্যাস পালিব নোৱাৰিবি। সেই দেখি বাছা! তই ঘৰলৈ উলটি যা। বিয়াবাৰু কৰাই গৃহস্থী কৰগৈ। সংসাৰ ধৰ্ম্ম পালন কৰি বাসনা পৰিতৃপ্ত কৰ।" শান্তিৰাম—"প্ৰভু! সংসাৰৰ জঞ্জাল দেখোন বৰ বেছি। সেই দেখি মই উদাসীন ধৰ্ম্মকে লবলৈ মন কৰিছোঁ। বিশেষ আমাৰ মহাপুৰুষেও কৈছে কেৱল ধৰ্ম্মহে শ্ৰেষ্ঠ।" সন্ন্যাসী—"বাছা! কেৱল ধৰ্ম্ম অতি কঠোৰ। যেই সেই মানুহে পালিব নোৱাৰে। বোধ

কৰোঁ তইঁতৰ মহাপুৰুষেও যাকে তাকে কেৱল ধৰ্ম্ম পালিবলৈ কোৱা নাই। তইঁতৰ ৺শঙ্কৰদেৱ নিজে গৃহস্থী আছিল। তইঁতে সুবুজিহে যেয়ে সেয়ে কেৱলীয়া হৱ। তাৰ পৰা তইঁতৰ অসমত ধৰ্ম্মৰ গ্লানিহে হৈছে। সেই দেখি বাছা! মই আদেশ কৰিছোঁ তই এতিয়াও গৃহস্থী কৰগৈ। বিশেষ তোক দিনে-ৰাতিয়ে এটি প্ৰাণীয়ে চিন্তা কৰিব লাগিছে। তই যদি সেই প্ৰাণীটিৰ আশা ছেদ কৰ তেন্তে তোৰ গাত পাপ লাগিব। সেই দেখি বাছা। তই মোৰ বুঢ়া সন্ন্যাসীৰ কথা ৰাখ। ঘৰলৈ উলটি যা। তোৰ যদি ঈশ্বৰত ভক্তি থাকে তেন্তে গৃহস্থীতে তোৰ ধৰ্ম্ম সিজিব। ঈশ্বৰে যদি কৰিব দিয়ে তেন্তে বুঢ়া বয়সতো যেতিয়া তোৰ সকলোবিলাক বাসনাৰ পৰিতৃপ্তি হব তেতিয়া সন্ন্যাস লবি। মই যদি জীয়াই থাকোঁ বাৰু তোক মই তেতিয়া লৈ আহিমগৈ।

সন্ন্যাসীৰ এইবিলাক বুজনিত শান্তিৰামৰ মন স্থিৰ হ'ল। সন্ন্যাসী আৰু হলকান্ত বৰুৱাত বিদায় লৈ শান্তিৰামে ৺কাশীধাম দৰ্শন কৰি আকৌ লাহে লাহে বৰপেটালৈ উলটিল আৰু ছমাহ মানৰ মূৰত বৰপেটা পালেহি। শান্তিৰামক উলটি অহা পাই বদন চৌধাৰীৰ ঘৰত আকৌ মহা আনন্দ উৎসৱ মিলিল। সকলোৱে শান্তিৰামক তেওঁ কলৈ গৈছিল, কি কিৰিছিল এই বিলাক কথা সুধিলে। সময় পাই চতুৰী মনোমতীয়েও পমীলাক নথৈ বিদ্ৰূপ কৰিলে। মনোমতীয়ে কলে—"সখি! মোৰ কথা দেখোন মিছা বুলিছিলা। এতিয়া দেখোন তোমাৰ মনচোৰ আহি পালে? নাপাবহিয়েই বা কেলেই? তুমি ইফালে পোৱা

পাতিছিলা নহয় ?" পমীলাই হাঁহি হাঁহি কলে—"সখি। ভাল ছেগ পাইছা। বাৰু তোমাৰ যি ইচ্ছা তাকে কোৰা।"

শান্তিৰাম আহি পোৱাৰ প্ৰায় এপষৰ মূৰতে মনোমতী আৰু তিলোত্তমাৰ খেচখেচনিত লক্ষ্মীকান্ত আৰু বদনে আলচ কৰি শান্তিৰাম আৰু পমীলাৰ বিয়াখন পাতিলে। আটাই-বিলাক তিৰুতায়ে মহা উলাহেৰে বিয়াৰ কাৰবাৰ কৰিলে। শান্তিৰাম ভকতক লক্ষ্মীকান্ত আৰু বদন চৌধাৰীয়ে হাঁহি খিকিন্দালি কৰি বৰ সজালে। তিৰুতাবিলাকে বিশেষ মনোমতী আৰু তিলোত্তমাই গাৱঁৰ কেইজনীমান গাভৰু লগ লগাই পাৰেমানে ( ২ ) যোৰানামবিলাক গালে। এইদৰে নামে-পদে শান্তিৰাম আৰু পমীলাৰ বিয়াখন হৈ গ'ল। পমীলা আৰু শান্তিৰামৰ মুখত আগৰ ৰঙ-ধেমালিৰ ভাবিবিলাকে খেলাবলৈ ধৰিলে। ৰাংধালী পমীলাই উঠোঁতে বহোঁতে খাওঁতে শোওঁতে শান্তিৰামক জোকাবলৈ বাকী নেৰিলে। আহোঁতে এটি চিকুট, যাওঁতে কাষলতিৰ তলত সুৰসুৰাই দিয়া ইত্যাদি আমোদত পমীলাৰ দিনকাল সুখেৰে যাবলৈ ধৰিলে।

সুখেৰে বদনৰ ঘৰত আৰু ছমাহ থাকি লক্ষ্মীকান্তই-বৰপেটাতে বেলেগে এখন ঘৰ কৰিলে। বৰনগৰীয়া বৰুৱানী আকৌ গৌৰীপুৰলৈ গ'ল। শান্তিৰামেও লক্ষ্মীকান্তৰ ওচৰতে বেলেগে এখন ঘৰ কৰিলে। দুইও বন্ধা ভুটা ৰাখি খেতি আৰু বাণিজ্য কৰিবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে দুইও চহকী হ'ল দুইৰো ৰো বোৱা গৃহস্থী হবলৈ ধৰিলে।

# টীকা

## প্ৰথম খণ্ড

### প্ৰথম অধ্যায়

১। হেকতীয়া মাহ দিলে—এই ক্ৰিয়াটো তাহানিখন কৃষক শ্ৰেণীৰ লগৰীয়া গোৱালসকলে গৰু চাৰোঁতে বনফল আনি দিয়া প্ৰভৃতিৰ আহি লৈ কৰা হয়।

### তৃতীয় অধ্যায়

১। আজিকালি—অৰ্থাৎ ১৮৯৭ চনৰ ভূমিকম্প হোৱাৰ আগেয়ে। ১৮৯৭ চনৰ ভূমিকম্পত এই যুগীৰপাম নষ্ট হৈছে।

২। যি সময়ৰ—অৰ্থাৎ মানৰ শেষ আক্ৰমণৰ আগলৈকে।

৩। নৰনাৰায়ণ—কোচবিহাৰৰ নৰনাৰায়ণ ৰজা বৰ বিক্ৰমশালী আৰু ধাৰ্ম্মিক আছিল। অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ সকলোবিলাক মহাপুৰুষেই তেওঁৰ সভাত আদৰ পাইছিল আৰু তেওঁৰ আশ্ৰয় লভিছিল। তেওঁৰ সভাত সকলো জাতৰে অসমীয়া মানুহ আছিল আৰু ভালেমান অসমীয়া মানুহৰ তেওঁ আশ্ৰয়দাতা আৰু অন্নদাতা আছিল। নৰনাৰায়ণ ৰজাই ৰামায়ণৰ দুই কাণ্ড, অষ্টাদশ পৰ্ব্ব মহাভাৰত, মূল সংস্কৃতৰ পৰা অসমীয়া ভাষালৈ ভঙায়। ইয়াত বাজেও ৰত্নমালাকে আদি কৰি অনেক পুথি তৈয়াৰ কৰায়। দুখৰ বিষয় আজি কালি তেওঁৰ ৰাজ্যত তেওঁৰ বংশধৰৰ ওচৰত অসমীয় মানুহে আশ্ৰয় পোৱা নাই। বঙালীসকলেহে তেওঁৰ পৰা অন্ন আৰু আদৰ পাব লাগিছে। আমাৰ অসমীয়াৰ দুৰ্কপাল।

৪। চণ্ডী বৰুৱা—এওঁ বৰনগৰীয়া তুৰবীয়া বৰুৱা। এওঁক মানে কাটে সেই দেখি এওঁক কেৱে কেৱে “মানে কটা বৰুৱাও” বোলে। আমাৰ এই উপন্যাসত মানে তেওঁক কেনেকৈ কাটিলে তাৰে বিবৰণ দিয়া হৈছে। এওঁৰ বংশধৰ আজিকালি যি সকল আছে তেওঁবিলাকৰ অৱস্থা বৰ শোচনীয়। কামৰূপত বৰফুকনৰ তলতে উত্তৰ পাৰে চান্দকুচীয়া বুজৰ বৰুৱা, বৰনগৰীয়া তুৰবীয়া বৰুৱা, হলিৰাজ তুৰবীয়া বৰুৱা, দক্ষিণ পাৰে ৰাণীৰ ৰজা, লুকীৰ ৰজা, পানবাৰী ডুমৰীয়াৰ ৰজা, বেলতলীয়া ৰজা এই সকলেই ডাঙৰ আৰু ঘাই মানুহ আছিল। ইয়াত বাজেঁও কুমাৰকুচীয়া, চমাৰকুচীয়া, বাকেবিকুচীয়া, জিকেৰীয়া ইত্যাদি বৰুৱা, বৰ কাইঠ আছিল। পৰিতাপৰ বিষয় আজকালি এই সকলৰ বংশধৰ সকল দুখত পৰিছে। এনে কি আজিকালি এইবিলাক কোনো ঘৰৰ বংশধৰসকলক বাটৰ কুকুৰেও ঠাই দিব নোখোঁজে। অনেকৰেই মাটি-বৃত্তি একো নাই। কালৰ গতি! চণ্ডী বৰুৱাৰ পূৰ্ব্বপুৰুষসকল কনৌজৰ কায়স্থ বুলি প্ৰখ্যাত। আমি জনামতে বৰনগৰীয়া বৰুৱাৰ পুৰুষিনামা এই :—


জয়নাৰায়ণ
(পুত্ৰ) জগত নাৰায়ণ
(পুত্ৰ) সত্যনাৰায়ণ
(পুত্ৰ) শিবনাৰায়ণ
(পুত্ৰ) সিন্ধু নাৰায়ণ
এওঁবিলাকৰ বংশধৰ সকল হেনো আজি কালি ও গৌৰীপুৰত আছে। কিন্তু আমি আৰু বংশাৱলীটো নেজানোঁ।
(পুত্ৰ) চণ্ডীনাৰায়ণ ( মানেকটা বৰুৱা )
(কন্যা) মূলাকুৱঁৰী
কন্যা বসুমতী
(চন্দৰ চৌধাৰীত বিবাহ দিয়ে)
পুত্ৰ যজ্ঞনাৰায়ণ
সমুদ্ৰ নাৰায়ণ
ৰজত নাৰায়ণ
দেব নাৰায়ণ
(মৃত)

এই পুৰুষিনামা আমি শ্ৰীযুত ৰজত নাৰায়ণ বৰুৱাৰ পৰা পাইছোঁ। ইয়াত যদি কিবা ভুল থাকে আশা কৰোঁ আমাক জনাব। ঈশ্বৰৰ কৃপাত ৰাইজৰ অনুগ্ৰহত যদি কেতিয়াবা এই পুথিৰ দ্বিতীয় সংস্কৰণ কৰিবলৈ পাৰোঁ তেতিয়া শুধৰাম। শ্ৰীযুত ৰজত নাৰায়ণৰো অৱস্থা আজি কালি হীন। আশা কৰোঁ অচিৰেই ঈশ্বৰ অনুগ্ৰহত তেওঁৰ নিজৰ যত্নত তেওঁৰ পুত্ৰ পৰিয়ালৰ অৱস্থা উন্নত হব।

৫। এই দুঘৰ বৰুৱাৰ—পাঠক। অকল এই দুঘৰ বৰুৱাইহে যে পৰস্পৰ হিংসাহিংসি কৰিছিল এনে নহয়। সেই সময়ত প্ৰায় সকলোবিলাক বৰুৱাফুকনেই আত্মকলহত ৰত হৈ অসমক মৰাণ-মানৰ হাতত জুৰুলা জুপুৰা কৰাইছিল। তেতিয়া কিয় আজি কালিও আমাৰ এই নিচলা, থাবলৈ নেপোৱা অসমীয়া ভাইসকলৰ ইটোৱে সিটোক, সিটোৱে ইটোক হিংসা কৰা স্বভাব ফাকি যোল্ল কলায় আছে।

## একাদশ অধ্যায়

(১) প্ৰবাদ আছে বিজনীৰ জমিদাৰৰ ঘৰে আৰু বৰনগৰীয়া বৰুৱাৰ ঘৰে বৰ মনোবাদ আছিল। সুবিধা পালে বিজনীৰ জমিদাৰৰ মানুহে বৰনগৰীয়া বৰুৱাৰ মানুহৰ ওপৰত দৌৰাত্ম্য কৰিছিল আৰু সেইদৰে বৰনগৰীয়া বৰুৱাৰ মানুহে বিজনীৰ জমিদাৰৰ মানুহৰ ওপৰত অত্যাচাৰ কৰিছিল।

## ত্ৰয়োদশ অধ্যায়

(১) বঙ্গ প্ৰভৃতি আন আন দেশত কামৰূপৰ বিষয়ে কুসংস্কাৰ আছে যে, কামৰূপত বৰ ভোজবিদ্যা আছে। ইয়াৰ মানুহবিলাকে হেনো বৰ যাদু আৰু মন্ত্ৰ জানে। কামৰূপলৈ আহিলেই হেনো বঙালী মানুহ ভেঁড়া হয়। এই প্ৰবাদ অনুসৰিহে আমি "মন্ত্ৰমুগ্ধ মেৰ ছাগ" এই কথাটো লেখিছোঁ।

## দ্বিতীয় খণ্ড

### দ্বিতীয় অধ্যায়

(১) ইংৰাজ গবৰ্ণমেণ্টে কিয় চন্দ্ৰকান্ত ৰজাক সহায় নকৰিলে এই বিষয়ে জোনাকীত ৺ৰত্নেশ্বৰ মহন্তৰ "অসমত মান" এই প্ৰবন্ধ চাব। ৺ৰত্নেশ্বৰ মহন্তে প্ৰত্নতত্ত্ব বিষয়ে ভালেমান অনুসন্ধান কৰিছিল। আক্ষেপৰ বিষয় ঈশ্বৰে আমাৰ এই উৎসাহী ডেকাজনক অসময়তে আমাৰ হাতৰ পৰা কাঢ়ি নিলে। অসমীয়াৰ দুৰ্কপাল!

### পঞ্চম অধ্যায়

(১) আমি এবাৰ জৈন্তিয়ালৈ যাওঁতে জৈন্তিয়াত ভোলাগাওঁ নামেৰে এডোখৰ ঠাইত এখন অসমীয়া মানুহৰ বস্তি পাইছিলোঁ৷ আমি এৰাতি সেই গাৱঁত থাকি মানুহ সকলে সৈতে আলাপ কৰি জানিব পাৰিছিলোঁ৷ সেই গাৱঁৰ মানুহবিলাকৰ পূৰ্ব্বপুৰুষ সকল মানভঙনিত ৰংপুৰ, নগাওঁৰ পৰা পলাই লৈ সেই ঠাইত বস্তি কৰিছিল। কাছাৰ ত্ৰিপুৰা, মইমনসিং এই বিলাক ঠাইতো হেনো মানভঙনিত পলাই যোৱা অসমীয়া মানুহৰ সন্তি-সন্তান আছে। আমাৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত হৰবিলাস গুপ্তই হেনো বৰ্ম্মাত অসমীয়া বস্তি পাই আইছে। বঙ্গদেশৰ প্ৰত্নতত্ত্ববিৎ সুপ্ৰসিদ্ধ শ্ৰীযুত শৰৎচন্দ্ৰ ৰায় বাহাদুৰে হেনো তিব্বতত বঙালী মানুহ পাইছে। আমাৰ অনুমান সেইসকল বঙালী মানুহ নহয় অসমীয়া। কাৰণ বঙালী মানুহৰ তিব্বতলৈ যাবৰ কোনো সকাম নাছিল। কিন্তু মানভঙনিত ভালেমান অসমীয়া মানুহ তিব্বতলৈকো পলাইছিল।

## ত্ৰয়োদশ অধ্যায়

(১) এতিয়াও বৰনগৰৰ ফালে প্ৰবাদ আছে যে চণ্ডী বৰুৱাক উদ্ধাৰ কৰিবৰ নিমিত্তে এযোৰা মানুহে হেনো বহুদূৰৰ পৰা এটা সিদ্ধি খানি তেওঁ থকা বন্দী ঘৰটোৰ ভিতৰত সোমাই ভুল কৰি তেওঁক নিনি আন কোনোবা এটা মানুহকহে নিলে। বৰপেটা অঞ্চলৰ সকলো মানুহেই এইটো কথা কয়।

## পঞ্চদশ অধ্যায়

(১) ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পৰ সময়লৈকে এই সমৃদ্ধিশালী গাওঁখন আছিল। ১৮৯৭ চনৰ ভূমিকম্পত এই গাওঁখন নষ্ট হৈছে। আজি কালি ইয়াত মানুহ নাই।

## ষোড়শ অধ্যায়

(১) প্ৰবাদ আছে চৈতন্যসিংহে হেনো অকলৈ নিজ হাতে এহেজাৰ মান কাটে। তেওঁ মৰাত হেনো তেওঁৰ ঘৈণীয়েকে ৰণচণ্ডী বেশ ধাৰণ কৰি দুই হাজাৰ মান কাটি শেষত তেৱোঁ পতিৰ অনুগামিনী হয়। চৈতন্যসিংহৰ বীৰত্ব আজিলৈকে অসমীয়া মানুহে বখানে।

# সামৰণি

(১) পোৰা পাতা—আমাৰ দেশত মাইকী মানুহবিলাকৰ ভিতৰত হেনো এটা নিয়ম আছিল। কোনো মাইকী মানুহক যদি গিৰিয়েকে মৰম এৰি খেদি পেলাই বা এৰি থৈ কৰবালৈ গুচি যায়, তেনেহলে সেই তিৰুতাজনীয়ে হেনো যদি তেওঁৰ স্বামীক পুনৰ পাব খোজে, তেনেহলে তুঁহ জুই একুৰা ধৰি কিবা দৰবৰ লগত বুকুৰ তেজ এটোপা ককিলা-দাঁড়েৰে উলিয়াই সেই দৰবৰ লগত মাৰি দৰব তুঁহ জুইত সুমাই দিয়ে, আৰু মন্ত্ৰ মাতে। তেতিয়া হেনো তেওঁলৈ তেওঁক এৰি থৈ যোৱা গিৰিয়েকৰ হৃদয়খন পুৰিবলৈ ধৰে। শেষত পোৰণিত তত নেপালে হেনো লৰি উলটি আহি ঘৈণীয়েকৰ ভৰিত পৰেহি আৰু এইদৰে আহুদিত বশ হৈ ঘৈণীয়েকৰ আগত এটা ভেড়া হয়।

(২) পাঠক! বৰপেটীয়া বিয়াৰ নাম কেনেকুৱা তাৰ আহিঁ স্বৰূপ তিনিটা যোৰা নাম দিওঁ।

( ১ )

"অ নিলাই অ
আগ খান চোতাল অ
অ নিলাই অ—মোছানা কোছানা অ
পাছখান চোতালৰ ধূলি মন্দোদৰী কমলা অ
অ নিলাই অ—আমাৰে বৰটো অ
অ নিলাই অ—যিখানত বহিছে অ
সেইখানে বৈকুণ্ঠৰ পুৰী মন্দোদৰী কমলা অ
অ নিলাই অ—কাৰবাৰ কোনোবা অ
চোতাল পাই চিনাকি হুলি মন্দোদৰী কমলা অ"

## মনোমতী

( ২ )

"হাঁয় হৰি বাটচৰাৰ আগৰে।
হাঁয় হৰি মিঠা আম এযুপি
হাঁয় হৰি অ! বাকলি গুচুৱাই খাবা অ
হাঁয় হৰি মাক নাইকিয়া
হাঁয় হৰি অ মাউৰী ছোৱালী
হাঁয় হৰি অ পতিপালে কৰিবা অ"

( ৩ )

"ৰৰ ঘৰ সাৰিলোঁ চাৰিচুক এৰিলোঁ
ঐৰে পদুলিত পেলালোঁ ছাই
হিয়াত ভুকু মাৰি সখীয়ে কান্দিছে
ঐৰে মোৰ সখী শহুৰিক যায়।"

---

# চপলাৰ উপন্যাসৰাজি

মনোমতী
ৰাজৰ্ষি
কৃষ্ণকান্তৰ উইল
বিদ্রোহী
সংসাৰ চিত্ৰ
আনন্দ মঠ
বিদায়ৰ আকৰ্ষণ
পৰিণীতা
বিৰাজ বৌ
দেৱী চৌধুৰাণী
আজিৰ মানুহ
জীৱনৰ গতি
সপোন যেতিয়া ভাঙে
দেৱদাস
ধুমুহাৰ পাছত
দুজন বেকাৰ
আজিৰ সমাজ
কামিনী কাঞ্চন
প্ৰতিমাৰ পালা জালো প্ৰাণ

চপলা বুক ষ্টল—শ্বিলং

## চপলাৰ বিবিধ সংগ্ৰহ

নাৰীৰত্ন
পগীয়া ভৰা
গল্পগুচ্ছ
ছোৰাব ৰুস্তম
ভেঁকো ভাৱনা
কাব্যভুমি
মৰুভুমিৰ ফুল
সুখৰ সপোন
মাটিৰ মোহ
তপোবন
ৰামায়ণৰ ৰহঘৰা
নগা কোঁৱৰ
বিসৰ্জ্জন
চিত্ৰাঙ্গদা
নল-দময়ন্তী
মেৱাৰ সন্ধ্যা
কথা দশম
কাব্য কাহিনী
পুৰণি সাহিত্যৰ পাৰিজাত